# 21 তম শতিকাৰ প্ৰতীক্ষাত

পাৰস্পৰিক অৰ্থনৈতিক সাহায্য পৰিষদৰ
৪০তম বাৰ্ষিকী উপলক্ষে।

নিকোলাই বৰখ
ভ্লাদিমিৰ গ্লাগ'লেভ




1988

LOOKING AHEAD TO THE 21ST CENTURY
by N. Borokh
Y. Glagolev
(Assamese)

ছোভিয়েত ইউনিয়নৰ .কলিকতাত থকা বাতৰি যোগনিয়াৰ বিভাগৰ হৈ এছ.এছ. আস্তাফিয়েভৰ দ্বাৰা 'ছোভিয়েত দেশ' অফিচ, ১৮ প্ৰমথেশ বৰুৱা সৰণি, কলিকতা-৭০০০১৭ৰ পৰা প্ৰকাশিত আৰু তেওঁৰ দ্বাৰা পূৰ্বোদয় প্ৰেছ, ১০, কৈলাস বসু ষ্ট্ৰীট, কলিকতা-৬ৰ পৰা মুদ্ৰিত।

# সূচীপত্র

# লিখকদ্বয় সম্পৰ্কে

নিকোলাই বৰখ (জন্ম ১৯৩৪), ডক্তৰ অৱ্ ছায়েন্স (অৰ্থনীতি), ইতিহাস আৰু পুৰাতত্ত্বৰ মস্কো ইনষ্টিটিউটৰ ৰাজনৈতিক অৰ্থনীতি আসনৰ মুৰব্বী। মস্কো বিশ্ববিদ্যালয়ৰপৰা স্নাতক হোৱাৰ পিছত বৰখে গৱেষণা প্ৰতিষ্ঠানবোৰত কাম কৰিছিল আৰু ১৯১২ আৰু ১৯৭৪ চনৰ মাজৰ সময়ত বিশ্ব সমাজতান্ত্ৰিক ব্যৱস্থাৰ অৰ্থ নৈতিক সমস্যাৰ আন্তৰ্জাতিক ইনষ্টিটিউতত কাম কৰিছিল। তেওঁ **ছি এম ই এ সহযোগৰ কৌশলগত ধাৰা** (১৯৮৭) আৰু **দি ছি এম ই এ: অৰ্থণ্ডিকৰণৰ নতুন চৰিত্ৰ** (১৯৮৬) নামৰ পুথিকে ধৰি সমাজতান্ত্ৰিক অৰ্থনৈতিক অখণ্ডিকৰণৰ তত্ত্ব আৰু ব্যৱহাৰিক কাৰ্য্যৰ ওপৰত বহু পুথিৰ ৰচক।

ভ্লাদিমিৰ গ্লাগলেভ্ (জন্ম ১৯৩৭), কেণ্ডিডেট অৱ্ ছায়েন্স (অৰ্থনীতি), মস্কো অৰ্থনীতিৰ ইনষ্টিটিউটৰপৰা স্নাতক হোৱাৰ পাছত তেওঁ **ছোভিয়েৎস্কায়া এনৎছাইক্লপেডিয়া** প্ৰকাশক আৰু **কমিউনিষ্ট** আলোচনীত কাম কৰিছিল। ১৯৭০ আৰু ১৯৭ ৰ ভিতৰত গ্লাগলেভ্ **প্লেনভয়ে খজিয়াইস্তভ** (পৰিকল্পিত অৰ্থনীতি) আলোচনীক মুখ্য সম্পাদক আৰু পিছত **প্ৰাভ্দা** কাকতৰ সম্পাদকমণ্ডলীৰ সদস্য আছিল। বৰ্তমান তেওঁ ছি পি এছ ইউৰ কেন্দ্ৰীয় কমিটিৰ দায়িত্বপূৰ্ণ বিষয়ত আছে। তেওঁ সমাজতন্ত্ৰৰ ৰাজনৈতিক অৰ্থনীতি আৰু ইউ এছ এছ আৰ আৰু অন্যান্য সমাজতান্ত্ৰিক দেশৰ অৰ্থ নৈতিক বিকাশৰ সমস্যাৰ ওপৰত বহু পুথিৰ ৰচক।

ৰাছিয়ান শব্দ "পেৰেস্ত্ৰইকা" যিটো আন বহুতো ভাষাত সোমাইছে, চোভিয়েত ইউনিয়নত চলি থকা বিপ্লৱী পৰিবৰ্তনৰ সমাৰ্থক। ঐতিহাসিক প্ৰয়োজনীয়তা আৰু আভ্যন্তৰীণ আৰু বহিঃঅৱস্থাৰ আমূল পৰিবৰ্ত্তনে ঘটোৱা এই পৰিবৰ্ত্তনবোৰৰ লক্ষ্য হ'ল সমাজতান্ত্ৰিক সমাজ আৰু আন আন সমাজতান্ত্ৰিক দেশৰ অৰ্থনীতিৰ লগত নিবিড়ভাৱে জড়িত চোভিয়েত অৰ্থনীতিক গুণগতভাৱে এক নতুন স্তৰলৈ উন্নীত কৰা।

পাৰস্পৰিক অৰ্থনৈতিক সাহায্য পৰিষদ ( চি এম ই এ ) প্ৰতিষ্ঠা হোৱাৰ পৰা চল্লিশ বছৰৰো অধিক কালত সমাজতান্ত্ৰিক গোষ্ঠীৰ প্ৰচেষ্টাৰ ফলত এক শক্তিশালী ঔদ্যোগিক আৰু বৈজ্ঞানিক আৰু কাৰিকৰী ভিত্তিসৃষ্টি কৰা হৈছে। তথাপিও আজি ইয়াৰ ব্যৱহাৰ অকাৰ্যকৰী হৈছে আৰু চি এম ই এ দেশবোৰৰ জাতীয় অৰ্থনীতিৰ বিকাশত নেতিবাচক প্ৰৱণতাই দেখা দিছে। সেইকাৰণেই কুৰি শতিকাৰ ভিতৰতে এই পৰিস্থিতিৰ শুধৰণি কৰাৰ সিদ্ধান্ত কৰা হৈছে। ঐতিহাসিক ভাৱে চমু সময়ৰ ভিতৰতে প্ৰত্যেকখন সমাজতান্ত্ৰিক দেশৰ অৰ্থনীতি আৰু সহযোগৰ ব্যৱস্থাত গভীৰ সংস্কাৰসাধন কৰা হ'ব। জাতীয় অৰ্থনীতিসমূহক আভ্যন্তৰীণ আৰু বৈদেশিক ভাৱে ভাৰসাম্যপূৰ্ণ কৰা আৰু সেইবোৰৰ গুণগত বিকাশৰ সূচকসমূহ যথেষ্ট উন্নত কৰাৰ ওপৰত গুৰুত্ব দিয়া হ'ব।

যদিও গাইগুটীয়া চি এম ই এ দেশসমূহৰ অৰ্থনৈতিক পৰিস্থিতি বেলেগ বেলেগ, সেই সকলোবোৰে একে বা বৰ একে ধৰণৰ সমস্যাৰ সন্মুখীন হৈছে। ই আকৌ এবাৰ আধুনিক সমাজতন্ত্ৰৰ বিকাশত সাধাৰণ প্ৰৱণতা আৰু নিয়মৰ আবিৰ্ভাৱ প্ৰমাণ কৰিলে। লেনিনৰ মতে, সম্পূৰ্ণ সমাজতন্ত্ৰৰ জন্ম হয় আন্তৰ্জাতিক সহযোগৰ পৰা, ভালেমান প্ৰচেষ্টাৰ পৰা যাৰ প্ৰত্যেকটো ভাৰসাম্যহীন আৰু অসম্পূৰ্ণ হবলৈ বাধ্য কিন্তু সেইবোৰৰ মুঠ আৰু সাধাৰণকৃত অভিজ্ঞতাই নতুন সমাজৰ এক সৰ্বোত্তম আৰ্হি সৃষ্টি কৰিব।*

ভি আই লেনিন—সংগৃহীত ৰচনাৱলী খণ্ড-২৭, পৃঃ ৩৪৬ চাওক।

এই বৰ্তমানৰ পুথিখনে পেৰেষ্ট্ৰইকাৰ সময়ছোৱাত সমাজতান্ত্ৰিক দেশবোৰৰ অৰ্থনৈতিক বিকাশৰ সাধাৰণ আৰু চৰিত্ৰগত দিশবোৰ বাছি উলিয়াইছে।

বিশেষ মনকৰিব লগীয়া বিষয় হৈছে পেৰেষ্ট্ৰইকাৰ মানৱীয় চৰিত্ৰ আৰু সামাজিক অভিমুখীনতা।

অৱশ্যে, সকলো ছি এম ই এ সমস্যা এখন পুথিত আলোচনা কৰাটো অসম্ভৱ। লিখকসকলৰ উদ্দেশ্য হ'ল তৃতীয় সহস্ৰাব্দৰ আগমুহূৰ্তত সমাজতান্ত্ৰিক দেশসমূহে সাধন কৰিব লগীয়া গভীৰ পৰিবৰ্তনৰ প্ৰতি পাঠকসকলৰ মনোযোগ আকৰ্ষণ কৰা।

# ছি এম ই এৰ বিকাশৰ প্ৰধান স্তৰসমূহ

ছি এম ই এৰ চনদ অনুসৰি সংগঠনটোৰ উদ্দেশ্য হ'ল বন্ধুত্বপূৰ্ণ সমাজতান্ত্ৰিক দেশবোৰৰ সহযোগ গভীৰতৰ আৰু উন্নত কৰা, সমাজতান্ত্ৰিক অৰ্থনৈতিক সংহতিৰ আৰু বিকাশ কৰা, অৰ্থনৈতিক আৰু কাৰিকৰী প্ৰগতি দ্ৰুততৰ কৰা, ছি এম ই এ দেশবোৰৰ অৰ্থনীতি লাহে লাহে আৰু ওচৰ চপাই অনা আৰু অৰ্থনৈতিক বিকাশৰ স্তৰ সমান কৰা আৰু সেইবোৰৰ দ্বাৰা জনসাধাৰণৰ মঙ্গলসাধন অৱিচলভাৱে বঢ়োৱা। এই লক্ষ্যসমূহত উপনীত হোৱাৰ প্ৰচেষ্টাত ছি এম ই এ দেশসমূহে দীঘল আৰু অসুবিধাজনক পথ অতিক্ৰম কৰিছে। যদিও সেইবিলাকৰ মুঠ জনসংখ্যা হ'ল পৃথিৱীৰ মুঠ জনসংখ্যাৰ শতকৰা ১০ ভাগ, ছি এম ই এ দেশবোৰে বিশ্বৰ ঔদ্যোগিক উৎপাদনৰ এক তৃতীয়াংশ আৰু ইয়াৰ জাতীয় আয়ৰ এক চতুৰ্থাংশ উৎপন্ন কৰে। ছি এম ই এ দেশবোৰৰ সৰ্বমুঠ ঔদ্যোগিক উৎপাদন পুঁজিবাদী জগতৰ তিনটা প্ৰধান কেন্দ্ৰ,—জাপান, ইউৰোপীয় উমৈহতীয়া বজাৰৰ দেশবোৰ আৰু আমেৰিকা যুক্তৰাষ্ট্ৰ প্ৰত্যেকটোৰ উৎপাদনতকৈ বহু বেছি।

চল্লিশ বছৰৰ আগতে যেতিয়া ছি এম ই এ গঠন কৰা হৈছিল তেতিয়া সমাজতান্ত্ৰিক দেশবোৰৰ সহযোগৰ কাৰণে কোনো প্ৰস্তুত নিৰ্দেশাৱলী নাছিল—এই দেশকেইখনেই পথপ্ৰদৰ্শক আছিল। সহযোগৰ পথ বিচৰাটো সহজ নাছিল; ছি এম ই এ দেশবোৰে অসংখ্য বিৰোধ অতিক্ৰম কৰিবলগীয়া হৈছিল আৰু তেওঁলোকৰ ভুলকৰাৰ প্ৰবণতা আছিল। কিন্তু বিতৰ্কাতীত কথাটো হ'ল ছি এম ই এ দেশবোৰৰ মাজত বিভিন্ন ধৰণৰ অৰ্থনৈতিক যোগাযোগৰ মৌলিক প্ৰয়োজনীয়তা আৰু কাৰ্যকৰিতা। মূলতঃ সামাজিক পৰিবৰ্ত্তন আৰু গাইগুটীয়া সমাজতান্ত্ৰিক দেশত সামাজিক ৰূপান্তৰ আৰু সমাজতন্ত্ৰ নিৰ্মাণৰ পোনপটীয়া আৰু যুক্তিসঙ্গত অগ্ৰগতি স্বৰূপেই আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰম বিভাজনৰ নতুন ব্যৱস্থাৰ আৱিৰ্ভাৱ হ'ল।

১৯৪৯ চনত অৰ্থনৈতিক সহযোগৰ এক সামূহিক অঙ্গ—পাৰস্পৰিক অৰ্থনৈতিক সহযোগ পৰিষদ—প্ৰতিষ্ঠা আৰু ১৯৫৬-১৯৬০ চনৰ সময় ছোৱাৰ কাৰণে জাতীয় অৰ্থনৈতিক বিকাশৰ পৰিকল্পনাসমূহৰ সমন্বয় সাধনৰ পোন প্ৰথম প্ৰচেষ্টাই এক আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰমবিভাজনৰ জন্ম সূচালে। আৰম্ভণিৰে পৰা ছোভিয়েত ইউনিয়নে আনবিলাক ছি এম ই এ দেশবোৰলৈ কেঁচামাল, যেনে তেল আৰু তৈলজাত

সামগ্ৰী, লো আৰু তাঁখা শিল্পৰ কাৰণে আকৰিক আৰু কয়লা, কাঠ আৰু কঁপাচ আৰু লগে লগে গধূৰ শিল্পৰ কাৰণে সা-সুবিধা আৰু আহিলাৰ প্ৰধান সৰবৰাহক হৈছিল। ছোভিয়েত ইউনিয়নৰ কাৰখানা আৰু আহিলাৰ যোগানৰ কথা বিশেষ ভাৱে উল্লেখ কৰা উচিত। নতুন ঔদ্যোগিক বস্তুৰ উৎপাদন আৰম্ভ কৰিবৰ কাৰণে প্ৰযুক্তিবিদ্যাৰ দলিলৰ বিনামূলীয়া হস্তান্তৰৰ লগতে ছোভিয়েত যন্ত্ৰপাতিৰ যোগানে কিছুমান ছি এম ই এ দেশৰ ঔদ্যোগীকৰণ আৰু আনকিছুমানৰ মূল শিল্পৰ আমূল আধুনিকীকৰণত এক ডাঙৰ ভূমিকা পালন কৰিলে।

এই কথা কোৱা অনুচিত হ'ব যে সমাজতান্ত্ৰিক দেশসমূহৰ উৎপাদনৰ বিশেষীকৰণ একেবাৰে ত্ৰুটিমুক্ত আছিল। সাধাৰণভাৱে সমাজতান্ত্ৰিক দেশসমূহে ছোভিয়েত কেঁচামালৰ মূল্য পৰিশোধৰ কাৰণে প্ৰধানতঃ পণ্য উৎপাদন কৰিছিল। একে সময়তে এটা শ্ৰম বিভাজন বিকশিত হ'ল : কিছুমান দেশ যন্ত্ৰ আৰু আহিলাপাতি উৎপাদনত বেছি দক্ষ আছিল—আনবোৰ ৰেলগাড়ী উৎপাদন বা জাহাজ নিৰ্মাণত। সাধাৰণ-ভাৱে এটা ব্যৱস্থা সৃষ্টি কৰা হ'ল যি সমাজতান্ত্ৰিক দেশবোৰক তেওঁলোকৰ শিল্পৰ এটা চলি থাকিব পৰা কাঠামোৰ ৰূপ দিবলৈ আৰু ঔদ্যোগিক পশ্চাদপদতা অতিক্ৰম কৰিবলৈ কাৰ্যকৰীভাৱে সহায় কৰিলে।

আন্তঃৰাষ্ট্ৰীয় সম্পৰ্কৰ নতুন ধৰণ এটা গঢ়ি উঠিবলৈ আৰম্ভ কৰিলে যেনে প্ৰযুক্তি-জ্ঞানৰ দলিলৰ বিনামূলীয়া হস্তান্তৰ, পাৰস্পৰিক বাণিজ্যত স্থিৰ মূল্য প্ৰতিষ্ঠা, আৰ্থিক হিচাপ মিটোৱা ব্যৱস্থাৰ সূচনা আৰু সুদমুক্ত ঋণ দান। যদিও পিছৰ বছৰবোৰত এই বিলাক উদ্যোগৰ বহুবিলাক যথেষ্ট পৰিমাণে সংশোধন কৰিবলগীয়া হৈছিল ( আৰু এতিয়াও সংশোধন কৰি থকা হৈছে ), সহযোগৰ প্ৰাথমিক স্তৰত—১৯৬০ৰ দশকৰ মাজ ভাগলৈকে—সেইবিলাকে ছি এম ই এ দেশবোৰৰ বিকাশৰ সমন্বয় ৰক্ষা কৰাৰ আৰু সেইবোৰৰ সহযোগ সম্প্ৰসাৰিত আৰু শক্তিশালী কৰাৰ নিৰ্ভৰযোগ্য ভেটি তৈয়াৰ কৰিছিল।

ছি এম ই এ দেশবোৰত যন্ত্ৰপাতি নিৰ্মাণ আৰু ধাতুৰ কাম দ্ৰুতগতিত বিকাশ লাভ কৰিছিল। ১৯৬২ চন পৰ্যন্ত এই শিক্ষাসমূহে মুঠ জাতীয় ঔদ্যোগিক উৎপাদনৰ অংশ যুদ্ধৰ আগৰ অংশৰ তুলনাত বঢ়াইছিল—বুলগেৰিয়া জনপ্ৰজাতন্ত্ৰত শতকৰা ২·৪ ৰপৰা ১৮·৮ লৈ, ৰোমানিয়া সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰত শতকৰা ১০·২ ৰপৰা ২৬·৩ লৈ, হাঙ্গেৰিয়ান জনপ্ৰজাতন্ত্ৰত শতকৰা ১৪ৰ পৰা ২৬·৯ লৈ চেকোশ্লোভাক সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰত শতকৰা ১৬·৬ ৰপৰা ৩২ লৈ, জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰত শতকৰা ২২·৩ ৰপৰা ৩৫·৩ লৈ আৰু পোলিচ জনপ্ৰজাতন্ত্ৰত শতকৰা ১০·২ ভাগৰপৰা ২৬·৩ ভাগলৈ।

আগতে উল্লেখ কৰাৰ দৰে, যন্ত্ৰপাতি আৰু আহিলাৰ এটা ডাঙৰ অংশ ছোভিয়েত ইউনিয়নলৈ সৰবৰাহ কৰা হৈছিল। যিহেতু সেইবিলাক প্ৰায়ে একে ধৰণৰ আছিল আৰু সৰু সৰু চালানত যোগান ধৰা হৈছিল, উৎপাদন বিশেষীকৰণ আৰু সহযোগৰ কাৰণে পৰামৰ্শৰ প্ৰয়োজন হৈছিল। প্ৰধান গুৰুত্ব দিয়া হৈছিল তেল আৰু গেছ শিল্প, শক্তি ইঞ্জিনিয়াৰিং লৌহ আৰু অলৌহ ধাতু শিল্প আৰু যন্ত্ৰ-আহিলা উৎপাদনৰ কাৰণে যন্ত্ৰপাতি আৰু সা-সুবিধা নিৰ্মাণ কৰাৰ ওপৰত।

অলপ অলপকৈ, আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰম বিভাজনে খাদ্য আৰু লঘু শিল্প আৰু ৰেল পৰিবহনৰ কাৰণে যান্ত্ৰিক নিৰ্মাণবিদ্যা আৰু মটৰ পৰিবহন, ট্ৰেক্টৰ আৰু কৃষি যন্ত্ৰপাতিৰ উৎপাদন সামৰি ললে ( মুঠতে ৬১৩ বিধ ঔদ্যোগিক সামগ্ৰী )।

ঔদ্যোগিক বিশেষীকৰণ প্ৰতিষ্ঠা কৰোঁতে দেশথনৰ উৎপাদন ক্ষমতা, উৎপাদনৰ কাৰিকৰী স্তৰ, বিশেষজ্ঞসকলৰ অৰ্হতা আৰু প্ৰয়োজনীয় পুঁজি নিয়োগৰ পৰিমাণ বিবেচনা কৰা হৈছিল। ৬১৩ বিধ ঔদ্যোগিক সামগ্ৰীৰ ভিতৰত ৪৩৭ বিধ বা শতকৰা ৭৩ ভাগ জাৰ্মাণ গণতান্ত্ৰিক প্ৰজাতন্ত্ৰত উৎপাদন কৰা হৈছিল, ৩৬৮ বিধ বা শতকৰা ৬০ ভাগ চেকোশ্লোভেকিয়াত, ২৭৬ বিধ বা শতকৰা ৪৫ ভাগ পোলেণ্ডত, ১৩৫ বিধ বা শতকৰা ২২ ভাগ হাঙ্গেৰীত, ৫৫ বিধ বা শতকৰা ৯ ভাগ ৰোমানিয়াত আৰু ৪৩ বিধ বা শতকৰা ৭ ভাগ বুলগেৰিয়াত ( সেইবাথনো দেশে একেটা আৰু একে ধৰণৰ সামগ্ৰী উৎপাদন কৰিছিল। )

আমি আন্তৰ্জাতিক শ্ৰম বিভাজনৰ প্ৰতি প্ৰথম পদক্ষেপ সমূহ আৰু বেছি বিশদ-ভাৱে আলোচনা কৰিব বিচাৰো যিহেতু সেইবিলাক বহুদিশত অত্যন্ত তাৎপৰ্য্যপূৰ্ণ বুলি প্ৰমাণিত হৈছে। সামগ্ৰিক ভাৱে গোষ্ঠীটোৰ কাৰণে আৰু প্ৰত্যেক গাইগুটীয়া দেশৰ কাৰণে আন্তৰ্জাতিক উৎপাদন বিশেষীকৰণৰ সুবিধাসমূহ যুক্তিসঙ্গত ভাৱে সংহত কৰাটো শিকিবলৈ ছি এম ই এ সদস্য দেশবোৰৰ কিছু সময় লাগিছিল। ১৯৫০ৰ দশক জুৰি আৰু ১৯৬০ৰ দশকৰ আগভাগত ছি এম ই এৰ পৰামৰ্শসমূহ প্ৰধানকৈ উৎপাদন ক্ষমতাৰ চলি থকা বিতৰণৰ ওপৰত ভিত্তি কৰা আছিল। ঘৰুৱা প্ৰয়োজনীয়তাৰ ওপৰঞ্চি সকলো বস্তুকে আন্তৰ্জাতিক বিনিময়ৰ কাৰণে ব্যৱহাৰ কৰা হৈছিল। ই উৎপাদিকা শক্তিসমূহৰ প্ৰয়োজনীয় কেন্দ্ৰীকৰণৰ বিকাশ কৰাত ব্যৰ্থ হ'ল। যি কি নহওক, প্ৰতিটো পাৰ হৈ যোৱা বছৰৰ লগে লগে, জাতীয় অৰ্থনীতিৰ বিভিন্ন অংশৰ অৱস্থাৰ ওপৰত আৰু ৰপ্তানি আঁচনিৰ ওপৰত প্ৰকৃত আৰু ব্যাপক তথ্যপাতিৰ ওপৰত নিৰ্ভৰ কৰি ছি এম ই এ দেশবোৰে সেইবোৰৰ প্ৰচেষ্টাৰ বেছি পৰিমাণৰ সমন্বয় লাভ কৰিলে। সমাজতান্ত্ৰিক আন্তৰ্জাতিক বজাৰলৈ বেছি পৰিমাণৰ সামগ্ৰী সৰবৰাহ কৰা হ'ল। যোগানে চাহিদাক অতিক্ৰম কৰি যাবলৈ

ধৰিলে, কাৰণ চাহিদা আছিল উচ্চ গুণৰ সামগ্ৰীৰ কাৰণে।

ছি এম ই এৰ বিকাশৰ ইয়াৰ পিছৰ স্তৰটো ১৯৬০ৰ দশকৰ মাজভাগৰ পৰা ১৯৭০ ৰ দশকৰ আগভাগলৈ জুৰি আছে। বৈজ্ঞানিক আৰু কাৰিকৰী বিপ্লৱে ছি এম ই এ দেশবোৰৰ এটা গোটত ঔদ্যোগিকৰণৰ ওপৰত সাঁচ বহুৱালে আৰু এই দেশবোৰৰ আৰু আন এটা গোটত চলি থকা ক্ষমতাৰ আধুনিকীকৰণৰ ওপৰত বহুৱালে। শ্ৰম বিভাজনে নতুন চৰিত্ৰ গ্ৰহণ কৰিলে। উৎপাদনৰ ব্যাপক বিভিন্নকৰণ, ইয়াৰ বৰ্দ্ধিত কেন্দ্ৰীভূতকৰণ আৰু উদ্যোগৰ পৰিবৰ্ত্তিত একক কাঠামোৱে নতুন ধৰণৰ সহযোগ দাবী কৰিলে। এই স্তৰটো পাৰস্পৰিক অৰ্থনৈতিক সাহায্য পৰিষদৰ থণ্ড গঠনবোৰে পালন কৰা ভূমিকাৰ যথেষ্ট পৰিমানৰ বিকাশৰ দ্বাৰা চিহ্নিত। ১৯৬০ ৰ দশকৰ মাজভাগলৈ ছি এম ই এ দেশবোৰৰ বাণিজ্যিক লেন-দেনত বিশেষীকৃত সামগ্ৰীৰ অংশ বহুপৰিমাণে বৃদ্ধি হ'ল। ছি এম ই এ দেশবোৰে যন্ত্ৰ আহিলাপাতিত সেইবোৰৰ আমদানী প্ৰয়োজনীয়তাৰ শতকৰা ৮০ ভাগ পূৰণ কৰিলে, অৰ্থাৎ যিবিলাক ক্ষেত্ৰত পাৰস্পৰিক যোগানৰ লৈতে বিদেশীকৰণ বিশেষভাৱে কাৰ্য্যকৰী।

১৯৬০ ৰ দশকত ইউৰোপীয় ছি এম ই এ দেশবোৰত উৎপাদনৰ এটা ঔদ্যোগিক কাঠামোৱে ৰূপ ধাৰণ কৰিলে। বুলগেৰিয়াত এক আধুনিক যান্ত্ৰিক ইঞ্জিনিয়াৰিং ব্যৱস্থা তৈয়াৰ কৰা হ'ল। হাঙ্গেৰীয়ে আহিলাপাতি, বিয়েৰিং আৰু খনন শিল্পৰ সা-সুবিধা নিৰ্মাণত বিশেষীকৰণ কৰিবলৈ আৰম্ভ কৰিলে, জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰই ৰাসায়ণিক দ্ৰব্য আৰু শক্তি শিল্প আৰু কৃষিৰ কাৰণে যন্ত্ৰপাতি নিৰ্মাণত, পোলেণ্ডে জাহাজ নিৰ্মাণ, বৈদ্যুতিক ইঞ্জিনিয়াৰিং আৰু মটৰগাড়ী উদ্যোগত, ৰোমানিয়াই তেল আৰু ট্ৰেক্টৰ উদ্যোগৰ কাৰণে যন্ত্ৰ নিৰ্মাণত; চেকোশ্লোভাকিয়াই জাহাজ নিৰ্মাণ আৰু বিয়েৰিং উৎপাদনত।

ইউৰোপীয় ছি এম ই এ দেশবোৰৰ মাজত আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰম বিভাজনৰ এটা নতুন ব্যৱস্থা গঢ়ি উঠাৰ দৃষ্টিভঙ্গীৰ ফালৰপৰা ১৯৬০ৰ দশকটোক এটা স্তৰ, যিটোৰ ভিতৰত উৎপাদনে উল্লেখযোগ্য বিভিন্নকৰণ আয়ত্ব কৰিলে বুলি চৰিত্ৰায়িত কৰিব পাৰি। জাতীয় অৰ্থনীতি বিভিন্নকৃত হ'ল। ছি এম ই এ বিজ্ঞানীসকলে লক্ষ্য কৰিলে যে অপৰ্য্যাপ্ত পৰিমানে বিকশিত উৎপাদিকা শক্তি সহ জাতীয় অৰ্থনীতিৰ এটা সৰল, আদিম কাঠামোৰ পৰা এটা আধুনিক অত্যন্ত কাৰ্য্যদক্ষ কাঠামোলৈ পথটো শক্তিসমূহৰ কোনো ধৰণৰ বিক্ষিপ্ততা, অসংখ্য নিম্নক্ষমতাৰ উদ্যোগৰ আৱিৰ্ভাৱ আৰু অতিমাত্ৰাই কাঠামোৰ বিভিন্নকৰণ, যিটো পিছত সৰল কৰিব লগীয়া হয়, মাজেদিহে যাব পাৰে।

১৯৬০ ৰ দশকৰ পিছৰ অৰ্ধাংশত, আন্তৰ্জাতিক শ্ৰম বিভাজন ইউৰোপীয় ছি এম ই এ দেশবোৰৰ জাতীয় অৰ্থনীতিৰ কাঠামো সবল কৰাৰ প্ৰধান আহিলা হ'ল। সেইবোৰৰ প্ৰত্যেকখনতে ৰপ্তানি উদ্যোগ প্ৰধান হ'ল। এই বিলাকৰ ভিতৰত আছিল চেকোশ্লোভাকিয়াত পাৰমাণবিক শক্তি কাৰখানাৰ কাৰণে আহিলা উৎপাদন, হাঙ্গেৰীত বাছ, পোলেণ্ডত জাহাজ, জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰত বস্তু উঠোৱা নমোৱা যন্ত্ৰপাতি আৰু ৰাসায়ণ উদ্যোগৰ কাৰণে সা-সুবিধাসমূহ। ঔদ্যোগিক ক্ষেত্ৰত বিকশিত ছি এম ই এ দেশসমূহে পাৰস্পৰিক পৰিপূৰক জাতীয় অৰ্থনীতি সৃষ্টি কৰাৰ ফালে সফলভাৱে আগবাঢ়িছিল।

আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰম বিভাজনৰ সমস্যাসমূহৰ সমাধানৰ কাৰণে এক গভীৰ অনুসন্ধানে ছি এম ই এ দেশবোৰক সামগ্ৰিক অৰ্থনৈতিক, বৈজ্ঞানিক আৰু কাৰিকৰী সহযোগিতালৈ লৈ গ'ল যিটো বেছি স্থিৰ, গভীৰতৰ আৰু বেছি বিভিন্নকৃত হ'ল আৰু শ্ৰম বিভাজনৰ ওপৰত ইয়াৰ প্ৰভাৱ উল্লেখযোগ্যভাৱে বাঢ়িল। ছি এম ই এ দেশবোৰে সেইবিলাকৰ পৰিকল্পনাসমূহৰ বেছি সক্ৰিয়ভাৱে সমন্বয় সাধন কৰিবলৈ আৰম্ভ কৰিলে। পঞ্চ বাৰ্ষিক অৰ্থনৈতিক বিকাশৰ পৰিকল্পনাসমূহৰ সমন্বয়ৰ লগে লগে, যুটীয়া সংহতি পৰিকল্পনা আৰু দীৰ্ঘম্যাদী বিশেষ সহযোগিতা কাৰ্য্যসূচী প্ৰস্তুত কৰা হ'ল। প্ৰধান বৈজ্ঞানিক আৰু কাৰিকৰী সমস্যাসমূহ সমাধানৰ কাৰণে অৰ্থনৈতিক কৌশলৰ সমন্বয় সাধনৰ এটা আৱশ্যকতাই দেখা দিলে।

## সমাজতান্ত্ৰিক অৰ্থনৈতিক সংহতি

অৰ্থনৈতিক বিকাশৰ কাৰণে নতুন অৱস্থাৰ আৱিৰ্ভাৱে ১৯৬৯ চনত মস্কোত বহা আৰু কমিউনিষ্ট আৰু শ্ৰমিক পাৰ্টিসমূহৰ আৰু চৰকাৰৰ মুৰব্বীসকল উপস্থিত থকা ছি এম ই এৰ ২৩ তম বিশেষ অধিবেশনৰ প্ৰস্তাৱত প্ৰকাশ পালে। এই অধিবেশনক অৰ্থনৈতিক সহযোগিতাৰ পিছৰ স্তৰৰ আৰম্ভণি বুলি গণ্য কৰাৰ যুক্তিসঙ্গত কাৰণ আছে—এই স্তৰ, সমাজতান্ত্ৰিক অৰ্থনৈতিক অখণ্ডিকৰণৰ স্তৰ। ১৯৭১ চনৰ সহযোগিতাৰ আৰু বেছি সম্প্ৰসাৰণ আৰু উন্নয়নৰ আৰু ছি এম ই এ সদস্য দেশবোৰৰ দ্বাৰা সমাজতান্ত্ৰিক অৰ্থনৈতিক অখণ্ডিকৰণৰ কাৰণে সামগ্ৰিক কাৰ্য্যসূচীত ইয়াৰ নীতি আৰু লক্ষ্য স্থিৰ কৰা হৈছিল।

এই স্তৰত সমাজতন্ত্ৰৰ সম্প্ৰসাৰিত পুনৰ উৎপাদনৰ সমস্যাই জাতীয় সীমা চেৰাই গ'ল। সহযোগিতাৰ ক্ষেত্ৰ জাতীয় পঞ্চবাৰ্ষিক পৰিকল্পনা আৰু দীৰ্ঘম্যাদী অৰ্থনৈতিক বিকাশৰ পৰিকল্পনা তৈয়াৰ কৰালৈ সম্প্ৰসাৰিত হবলৈ আৰম্ভ কৰিলে। সমাজ-

তান্ত্রিক উৎপাদনৰ কেন্দ্রীভূতকৰণে আন্তর্জাতিক চৰিত্র গ্রহণ কৰিলে। ছি এম ই এ দেশবোৰত আন্তর্জাতিকভাৱে বিশেষীকৃত শিল্পবোৰৰ সৃষ্টি সম্পূর্ণ কৰা হ'ল। সেই-বোৰৰ প্রত্যেকখনেই গঢ়ি উঠা আন্তর্জাতিক উৎপাদন গোটৰ অখণ্ডিত অংশ ৰূপে কাম কৰিছিল। বৈদেশিক বাণিজ্যই লাহে লাহে অঙ্গীভূত অংশ আৰু কাৰ্য্যবিধিৰ চলাচলৰ নিৰ্দিষ্ট সূচীৰ ৰূপ লবলৈ ধৰিছিল। আনকি যদিও পণ্য বিনিময়ে ইয়াৰ বাহিৰা ৰূপ ৰক্ষা কৰিছিল, ই বৰ্ধিত পৰিমাণে সম্পৰ্কীয় চুক্তিসমূহৰ দ্বাৰা নিয়ন্ত্ৰিত যুটীয়া উৎপাদন কাৰ্য্যকলাপৰ লগত মিলি গৈছিল।

পৰিকল্পনাসমূহৰ সমন্বয় সাধনৰ ক্ষেত্ৰত যথেষ্ট পৰিবৰ্ত্তন সাধন হৈছিল। অৰ্থ-নৈতিক ক্ষেত্ৰৰ সংখ্যা, য'ত পৰিকল্পনাসমূহৰ বহুপক্ষীয় ভিত্তিত সমন্বয় সাধন কৰা হৈছিল, বাঢ়িব ধৰিছিল: তেল পৰিশোধন শিল্পৰ বিকাশ আৰু ফলস্বৰূপে ছোভিয়েত অঞ্চলত তেল আৰু গেচ পাইপ লাইনৰ ব্যাপক সম্প্ৰসাৰণ; কিছুমান ছি এম ই এ দেশত ছোভিয়েতৰ প্ৰাকৃতিক গেছ যোগানৰ ভিত্তিত ইন্ধন আৰু শক্তি উদ্যোগৰ পুনৰগঠন: পাৰমাণৱিক শক্তি উদ্যোগৰ বিকাশ ইত্যাদি। স্বাভাৱিকতে, সমাজ-তান্ত্ৰিক অৰ্থনৈতিক অখণ্ডিকৰণে অকাৰ্য্যকৰী শিল্পসমূহে বন্ধ কৰি দিয়াৰ ফালে নিলে যাৰ সামগ্ৰীসমূহ আন সমাজতান্ত্ৰিক দেশৰপৰা আমদানি কৰা হ'ল। উদাহৰণ-স্বৰূপে, বুলগেৰিয়াই হাইড্ৰলিক টাৰবাইন, সূতাকটা ফ্ৰেম, তাঁতশাল, আহিলা কঢ়িওৱা বাহন, মটৰ-স্কুটাৰ আৰু মটৰ চাইকেলৰ উৎপাদন বন্ধ কৰি দিলে; হাঙ্গেৰীয়ে এক্স্কেভেটৰ, গোমধানৰ কম্বাইন হাৰ্ভেষ্টাৰ, লৰীক্ৰেন, আৰু শুকানমালৰ কঢ়িওৱা জাহাজৰ উৎপাদন; পোলেণ্ডে বিন্ধা কৰা যন্ত্ৰ, বুলডজাৰ, ফৰেজ্ হাৰ্ভেষ্টাৰ আৰু হাতঘৰী; চেকোশ্লোভাকিয়াই—তেল আৰু গেছ নিষ্কাশনৰ ড্ৰিলিং ৰিগ্, স্থিৰ চিলাই যন্ত্ৰ ইত্যাদিৰ উৎপাদন বন্ধ কৰিলে।

বৰ্তমান সময়ত, শিল্পজাত সামগ্ৰীৰ আমদানি হৈছে উৎপাদন প্ৰক্ৰিয়া নিশ্চিত কৰাৰ আৱশ্যকীয় চৰ্ত। উদাহৰণস্বৰূপে, ছোভিয়েত ইউনিয়ন আন আন ছি এম ই এ দেশৰপৰা বিশেষীকৃত সামগ্ৰীৰ ছেদহীন যোগানৰ ওপৰত বহু পৰিমাণে নিৰ্ভৰশীল।

সমাজতান্ত্ৰিক অৰ্থনৈতিক অখণ্ডিকৰণৰ এই স্তৰৰ প্ৰধান ফলাফলবোৰ কি?

প্ৰথমতেই, সমাজতান্ত্ৰিক গোষ্ঠীয়ে বিশ্ব অৰ্থনীতিত ইয়াৰ অৱস্থান সংহত কৰিলে। ছি এম ই এৰ সদস্য সংখ্যা বাঢ়িল; সংগঠনটোত মাঙ্গোলিয়ান গণপ্ৰজাতন্ত্ৰ (জুন ১৯৬২) কিউবা প্ৰজাতন্ত্ৰ (জুলাই ১৯৭২) আৰু ভিয়েটনাম সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰ (জুন ১৯৭৮) যোগ দিলে। ছি এম ই এ দেশবোৰৰ উৎপাদন আৰু বৈজ্ঞানিক আৰু কাৰিকৰী শক্তি পুঁজিবাদী বিশ্বতকৈ উচ্চতৰ হাৰত বাঢ়িব ধৰিছিল। ১৯৭১ আৰু

১৯৮৫ চনৰ ভিতৰত সমাজতান্ত্ৰিক দেশবোৰে গড় হিচাপে মুঠ জাতীয় আয় শতকৰা বছৰি ৫.৩ হাৰত বঢ়ালে, ছি এম ই এ দেশবোৰে শতকৰা ৪.৬ হাৰত আৰু আগবঢ়া পুঁজিবাদী দেশবোৰে শতকৰা, হাৰত।

বৰ্তমানে ছি এম ই এৰ সদস্য দেশবোৰে বিশ্বৰ তীখা উৎপাদনৰ শতকৰা ৩০ ভাগ বিজুলী শক্তিৰ শতকৰা ২১ ভাগ, তেলৰ শতকৰা ২৩ ভাগ, কয়লাৰ শতকৰা ২৯ ভাগ, প্ৰাকৃতিক গেচৰ শতকৰা ৪০ ভাগ আৰু খনিজ সাৰৰ শতকৰা ৩৪.৫ ভাগ উৎপাদন কৰে।

সাধাৰণভাৱে, ১৯৮১ চনৰ পৰা ১৯৮৫ চনৰ সময় ছোৱাত ছি এম ইএ দেশবোৰৰ মুঠ জাতীয় আয় শতকৰা ১৭ ভাগ মুঠ, শিল্প উৎপাদন শতকৰা ১৮ ভাগ আৰু কৃষিজাত উৎপাদন শতকৰা ১১ ভাগ বাঢ়িল। এই সময়ত বুলগেৰিয়াই ইয়াৰ জাতীয় আয় শতকৰা ২০ ভাগ বঢ়ালে, হাঙ্গেৰীয়ে শতকৰা ৭ ভাগ, ভিয়েটনাম সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰই শতকৰা ৩৯ ভাগ, জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰই শতকৰা ২৭ ভাগ, কিউবাই শতকৰা ৪৬ ভাগ, মাঙ্গোলিয়াই শতকৰা ১৬ ভাগ, ৰোমানিয়াই শতকৰা ২৪ ভাগ, ছোভিয়েত ইউনিয়নে শতকৰা ১৯ ভাগ আৰু চেকোশ্ল'ভাকিয়াই শতকৰা ৮ ভাগ। পোলেণ্ডত জনাজাত প্ৰতিকুল আভ্যন্তৰিণ আৰু বাহিৰৰ অৱস্থাৰ কাৰণে ১৯৮৫ চনৰ জাতীয় আয় ১৯৮০ চনৰ স্তৰৰ শতকৰা ৯৮ ভাগ আছিল।

সমাজতান্ত্ৰিক দেশবোৰে অৰ্থনৈতিক এটা দৃঢ় গতিত বিকাশ কৰিছে। ব্যাপক সংখ্যাগৰিষ্ঠই নিবনুৱা সমস্যা নাজানে। সমাজতান্ত্ৰিক নিৰ্মাণৰ সময়ছোৱাত সমাজ-তান্ত্ৰিক দেশবোৰৰ জনমূৰি আয় বহুগুণে বাঢ়িল আৰু উপভোগ তাৎপৰ্য্যপূৰ্ণভাৱে বৃদ্ধি হ'ল।

ছি এম ই এ দেশবোৰত জনমূৰি জাতীয় আয় আৰু শিল্পজাত উৎপাদন ওচৰ চাপি অহাৰ এটা প্ৰৱণতা আছে (১৯৫০ চনৰ ৫ : ১ অনুপাতৰ পৰা ১৯৮০ৰ দশকৰ মাজভাগত ৯.৫—১.৩ : ১ লৈ)। তাৎপৰ্য্যপূৰ্ণভাৱে, পশ্চিমত প্ৰায়ে জোৰ দি কোৱাৰ দৰে "সাধাৰণ সমান হাৰত দৰিদ্ৰকৰণৰ" সলনি সমাজতান্ত্ৰিক দেশবোৰত প্ৰগতিৰ পথত দৃঢ় অগ্ৰগতিৰ এটা প্ৰক্ৰিয়া চলি আছে। এইটো উল্লেখ কৰিলেই যথেষ্ট হ'ব যে ছি এম ইএ দেশবোৰৰ শিল্পজাত উৎপাদন সেইবোৰৰ জাতীয় আয়ৰ শতকৰা ৪৬—৬৯ ভাগৰ সমান, যিটো বহুতো শিল্পোন্নত দেশৰ সেই সম্পৰ্কীয় সংখ্যাতকৈ বেছি।

ছি এম ই এ দেশবোৰে যুটীয়াভাৱে ইন্ধন আৰু শক্তি সৰবৰাহৰ সমস্যা সমাধান কৰিছে। এইটো ভালভাৱেই জনাজাত যে, পুঁজিবাদী ৰাষ্ট্ৰবোৰৰ আনকি অৰ্থ-নৈতিকভাৱে অতি বিকশিতবোৰৰ কাৰণেও এই সমস্যাটো কিমান তীব্ৰ আৰু

অসুবিধাজনক হৈছে আৰু আন্তৰ্জাতিক সম্পৰ্কত ই কি ধৰণৰ বিৰোধৰ সৃষ্টি কৰিছে। আধুনিক ৰাষ্ট্ৰীয় একচেটীয়া পুঁজিবাদী ব্যৱস্থাৰ অস্থিৰতা বৃদ্ধি কৰিবৰ কাৰণে শক্তিৰ সংকট অৰ্থনৈতিক আৰু আৰ্থিক সংকটৰ লগত সাঙোৰ খাই পৰিছে।

তেওঁলোকৰ প্ৰচেষ্টাক লগ লগাই, ভ্ৰাতৃপ্ৰতিম সমাজতান্ত্ৰিক দেশবোৰে তেল, গেছ আৰু অন্যান্য ইন্ধন আৰু কেঁচামালৰ নিৰ্ভৰযোগ্য ছোভিয়েত যোগান নিশ্চিত কৰিছে। এই ভিত্তিত সেইবোৰে পেট্ৰ-ৰসায়নিক, তেল শোধন, ধাতুশিল্প আৰু আন আন শিল্প পৰিকল্পনা অনুসৰি বিকাশ কৰিছে। বৰ্তমানে ছি এম ই এ দেশবোৰে শতকৰা ১৩ ভাগ থাকৰা তেল আৰু শতকৰা ১৬ ভাগ লৌহ আকৰ ধৰি ছোভিয়েত ইউনিয়নৰ খনন শিল্পৰ শতকৰা ১১ ভাগ আমদানি কৰে।

ছি এম ই এ দেশবোৰে যুটীয়াভাৱে গেছ আৰু তেলৰ পাইপলাইন, পাৰমাণৱিক শক্তি কাৰখানা আৰু শক্তি বেছি ব্যৱহাৰ হোৱা কাৰখানা নিৰ্মাণ কৰিছে আৰু কামত লগাইছে। তথাপিও, জাতীয় অৰ্থনীতিবোৰত শক্তি, ইন্ধন আৰু কেঁচামালৰ ব্যৱহাৰ যথেষ্ট বৃদ্ধি হোৱাৰ ফলত আৰু লাহে লাহে শক্তিৰ সস্তীয়া উৎসবোৰ কমি যোৱাৰ ফলত শক্তিৰ সমস্যা বেছি তীব্ৰ হৈ পৰাত ছি এম ই এ দেশবোৰে নতুন যুটীয়া প্ৰচেষ্টা চলাব লগীয়া হৈছে। মূলতঃ এই বিলাকৰ ভিতৰত আছে সকলো বস্তুগত সম্পদৰ মিতব্যয়ী আৰু যুক্তিসঙ্গত ব্যৱহাৰ, প্ৰতিখন দেশৰ দ্বাৰা ইয়াৰ নিজৰ ইন্ধন আৰু কেঁচামালৰ ভাণ্ডাৰৰ সৰ্বোচ্চ বিকাশ, তেলৰ ব্যৱহাৰ কম কৰা আৰু বৰ্দ্ধিত হাৰত কম অভাৱৰ শক্তিৰ উৎস ব্যৱহাৰৰ উদ্দেশ্যে ইন্ধন আৰু শক্তিৰ ভাৰসাম্যৰ পুনৰ গঠন।

ইয়াৰ অৰ্থ আন ছি এম ই এ দেশলৈ ছোভিয়েতৰ ইন্ধন আৰু কেঁচামালৰ সৰবৰাহ কম কৰাটো নহয়। ১৯৮৬ চনৰ পৰা ১৯৯০ চনলৈ সময়ছোৱাত ই মূলতঃ ১৯৮৫ চনৰ স্তৰতে থাকিব। আনহাতেদি গেছৰ যোগান এক তৃতীয়াংশ আৰু বিদ্যুতৰ যোগান দুই তৃতীয়াংশ পৰিমাণে বাঢ়িব।

সমাজতান্ত্ৰিক অৰ্থনীতিবোৰৰ ভাৰসাম্যপূৰ্ণ অখণ্ডিকৰণৰ সময়ছোৱাত সমাজ-তান্ত্ৰিক দেশবোৰৰ মাজত সহযোগৰ ৰূপৰ পৰিৱৰ্তন হ'ব। আন্তৰ্জাতিক যোগান ভাৰসাম্যপূৰ্ণ কৰা, আৰু উৎপাদনৰ নিৰিখ আৰু আভ্যন্তৰিণ সম্পদৰ সমন্বয় সাধনৰ পৰা প্ৰাথমিক গুৰুত্ব অৰ্থনৈতিক বিকাশৰ হাৰ দ্ৰুততৰ কৰা, জাতীয় অৰ্থনীতিৰ দক্ষতা বৃদ্ধি কৰা আৰু বৈজ্ঞানিক আৰু কাৰিকৰী প্ৰগতিৰ পথত সৰ্বোচ্চ অগ্ৰগতি নিশ্চিত কৰাৰ প্ৰতি পৰিৱৰ্তন কৰা হৈছে। স্বাভাৱিকতে, ই দাবী কৰে বেছি গভীৰ শ্ৰম বিভাজন জাতীয় অৰ্থনৈতিক কাঠামোৰ বেছি নমনীয় অখণ্ডিকৰণ আৰু বিশেষী-কৰণ আৰু সহযোগ বৃদ্ধি কৰাৰ কাৰণে বিকশিত আৰু স্থায়ী যোগাযোগ প্ৰতিষ্ঠা কৰা। এই সকলোবোৰ সমস্যাৰ সমাধান সমাজতান্ত্ৰিক অৰ্থনৈতিক অখণ্ডিকৰণৰ জৰীয়তে

কৰা হৈছে, যিটোৰ, ছি পি এছ ইউৰ ২৭তম কংগ্ৰেছে আঙুলিয়াই দিয়াৰ দৰে, লক্ষ্য হ'ল সামাজিক উৎপাদন আৰু সমাজতান্ত্ৰিক দেশবোৰত সমাজতান্ত্ৰিক জীৱনৰ ধাৰণৰ প্ৰগতি বৃদ্ধি কৰা, বেছি দ্ৰুত গতিত সেইবোৰৰ অৰ্থনৈতিক বিকাশৰ স্তৰৰ ব্যৱধান দূৰ কৰা আৰু বিশ্বত সমাজতন্ত্ৰৰ অৱস্থান শক্তিশালী কৰা।

অথণ্ডিকৰণৰ অৰ্থ হ'ল, নিৰ্মাণ, পুঁজি নিয়োগ, আন্তজাতিক বিশেষীকৰণ আৰু সহযোগ ইত্যাদিৰ ক্ষেত্ৰত যুটীয়া অৰ্থনৈতিক পৰিচালনাৰ কাৰণে সকলো প্ৰাপ্ত সম্পদৰ আন্তৰ্জাতিক ভূমিকা বহু পৰিমাণে বৃদ্ধি। এইটো বহু উদাহৰণৰ দ্বাৰা ব্যাখ্যা কৰিব পাৰি—আন্তঃ ব্যৱস্থা শক্তি পৰিবহনকাৰী লাইন আৰু আন্তৰ্জাতিক গেচ আৰু তেলৰ পাইপ লাইন নিৰ্মাণ, আন্তৰ্জাতিক অৰ্থনৈতিক সংস্থা প্ৰতিষ্ঠা, আনৱিক আৰু কম্পিউটাৰ ইঞ্জিনিয়াৰিং, পৰিবহনৰ সা-সুবিধা আদিৰ যুটীয়া বিকাশ।

ইতিমধ্যেই উল্লেখ কৰাৰ দৰে, সমাজতান্ত্ৰিক অৰ্থনৈতিক অথণ্ডিকৰণে দেশসমূহৰ মাজত পাৰস্পৰিক ক্ৰিয়াৰ প্ৰকৃতত সকলো ৰূপকে আৰু বৈদেশিক অৰ্থনৈতিক যোগাযোগৰ সমগ্ৰ ব্যৱস্থাকে সামৰা পৰিকল্পনাৰ বেচি সমন্বয় দাবী কৰে। পণ্য আৰু আৰ্থিক উত্তোলন দণ্ডৰ ভূমিকা বৃদ্ধি কৰি সমাজতান্ত্ৰিক অৰ্থনৈতিক অথণ্ডিকৰণে সমস্ত অৰ্থনৈতিক গাঁথনি, বস্তুগত উৎপাদনৰ সকলো স্তৰ—গৱেষণা, কাৰিকৰীবিকাশ আৰু উৎপাদনৰ প্ৰস্তুতিৰ পৰা বিনিময়, উপভোগ আৰু সংৰক্ষণলৈকে সামৰি লবলৈ ধৰিছে। সৰ্বশেষত, এটা জটিল অৰ্থনৈতিক প্ৰক্ৰিয়া হিচাপে অথণ্ডিকৰণৰ আৰু অৰ্থ হ'ল সমাজতান্ত্ৰিক ৰাষ্ট্ৰ আৰু শাসক দলবোৰৰ মাজত পৰস্পৰ ক্ৰিয়াৰ এটা নতুন স্তৰ।

ইয়াৰ উপৰি, অথণ্ডিকৰণৰ সামাজিক ভিত্তিৰ দ্ৰুত সম্প্ৰসাৰণৰ উল্লেখ কৰিব লাগিব। ই কেৱল কেন্দ্ৰীয় বিভাগবোৰ আৰু ডাঙৰ সংগঠন বোৰকে'টানি অনা নাই কিন্তু বহু হাজাৰ শ্ৰমিক সংগঠন আৰু লাখ লাখ শ্ৰমজীৱী মানুহক আনিছে।

ছি এম ই এ প্ৰতিষ্ঠাৰপৰা ৪০ বছৰৰ আৰু বিশেষকৈ যোৱা ১৫ বছৰৰ অভিজ্ঞতাই সহযোগিতা গভীৰতৰ কৰা আৰু সমাজতান্ত্ৰিক অৰ্থনৈতিক অথণ্ডিকৰণ বিকাশ কৰাৰ সমূহীয়া নীতিৰ শুদ্ধতা আৰু সময় উপযোগিতা প্ৰমাণ কৰিছে। ১৯৮৪ চনৰ ১২ৰ পৰা ১৪ জুনলৈ মস্কোত বহা ছি এম ই এৰ সদস্য ৰাষ্ট্ৰবোৰৰ উচ্চ স্তৰৰ অৰ্থনৈতিক সম্মিলনত অংশগ্ৰহণকাৰী সকলৰ এইদৰে কোৱাৰ সকলো যুক্তিসঙ্গত কাৰণ আছিল যে সেই নীতি "প্ৰত্যেকথন বন্ধুত্বপূৰ্ণ দেশৰ সকলো দিশৰ প্ৰগতিৰ আৰু সেইবোৰৰ অৰ্থনৈতিক বিকাশৰ স্তৰৰ ব্যৱধান কমোৱাৰ এটা গুৰুত্বপূৰ্ণ উপাদান" হৈ পৰিছে।*

---

* ছি এম ই এ— বন্ধুত্ব আৰু সহযোগৰ শক্তি, ছি এম ই এ সদস্য ৰাষ্ট্ৰবোৰৰ উচ্চ স্তৰৰ অৰ্থনৈতিক সন্মিলনৰ দলিল আৰু আলোচ্য বিষয়, মস্কো, জুন ১২-১৪, ১৯৮৪। নভস্তি প্ৰেছ এজেন্সী পাবলিছিং হাউছ মস্কো, ১৯৮৪, পৃঃ ৮।

# সমাজতন্ত্ৰৰ অন্তৰ্নিহিত শক্তি

সমাজতান্ত্ৰিক নিৰ্মাণৰ বছৰবোৰত সমাজতান্ত্ৰিক গোষ্ঠীৰ দেশবোৰে সেইবিলাকৰ অৰ্থনৈতিক বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ নিহিত শক্তি শক্তিশালী কৰিলে, বহুল সামাজিক কাৰ্যসূচীসাধন কৰিলে, আৰু তেওঁলোকৰ জনসাধাৰণৰ মঙ্গলৰ দৃঢ় বৃদ্ধি লাভ কৰিলে। একে সময়তে, বিশ্ব সমাজতন্ত্ৰক জীৱনে নতুন সমস্যাৰ সন্মুখীন কৰিছে আৰু নতুন কাৰ্য উত্থাপন কৰিছে যাৰ সমাধানে সমাজতন্ত্ৰৰ সকলো সুবিধাৰ সম্পূৰ্ণতম আৰু সকলোতকৈ কাৰ্যকৰী ব্যৱহাৰক পূৰ্বসৰ্ত্ত কৰিছে। মহান অক্টোবৰ বিপ্লৱৰ ৭০তম বাৰ্ষিকী উপলক্ষে উৎসৱত অংশগ্ৰহণকাৰী দল আৰু আন্দোলনৰ প্ৰতিনিধি সকলৰ সভাত তেওঁৰ বক্তৃতাত চি পি এচ ইউৰ কেন্দ্ৰীয় কমিটিৰ সাধাৰণ সম্পাদক মিখাইল গৰ্বাচভে কৈছিল: "...ঐতিহাসিক পৰিপ্ৰেক্ষিত এইটো সমাজতন্ত্ৰ—এই বিষয়ত আমি নিশ্চিত—যি সভ্যতাৰ বিকাশত দেখা দিয়া সংকটজনক ঘটনাবোৰ অতিক্ৰম কৰাত নিৰ্ণয়কাৰী ৰৰঙণি যোগাব। সমাজতন্ত্ৰৰ বাহিৰে আন কোনো ব্যৱস্থাৰে সেই হেগেলিয়ান "ব্যৱস্থা"ৰ, সেই স্বাৰ্থৰ ভাৰসাম্যৰ যিটোৱে মানৱ জাতিক মৌলিকভাৱে এক নতুন সীমান্ত, এটা সীমান্ত যাৰ অৰ্থ হ'ব ইয়াৰ কাৰণে নিৰাপত্তা পাৰ হ'ব পৰা কৰিব, অনুসন্ধান কাৰ্যকৰীভাৱে প্ৰভাৱান্বিত কৰিবৰ কাৰণে নিহিত শক্তি আছে। সমাজতন্ত্ৰৰ নিহিত শক্তি এতিয়াও সম্পূৰ্ণ শেষ হোৱাৰ পৰা বহু দূৰত।"*

আজি প্ৰধান কামটো হ'ল বন্ধুত্বপূৰ্ণ সমাজতান্ত্ৰিক দেশবোৰৰ জাতীয় অৰ্থনীতিৰ গভীৰ বিকাশৰ পথলৈ ক্ষীপ্ৰ সলনি। ১৯৭০ দশকৰ শেষভাগত আৰু ১৯৮০ৰ দশকৰ আগভাগত সম্প্ৰসাৰিত বিকাশৰ কাৰণে ভাণ্ডাৰ কমি যোৱা আৰু গভীৰ অৰ্থনৈতিক বিকাশলৈ সলনি কৰাত সন্মুখীন হোৱা অসুবিধাৰ ফলত কিছুমান সমাজতান্ত্ৰিক দেশৰ আৰু সামগ্ৰিকভাৱে গোষ্ঠীটোৰ অৰ্থনৈতিক বিকাশৰ হাৰ কমি গ'ল।

উদাহৰণ স্বৰূপে, ১৯৭১ আৰু ১৯৮৫ চনৰ ভিতৰৰ তিনিটা পাঁচ বছৰীয়া কালত ছি এম ই এ সদস্য দেশবোৰত সৰ্বমুঠ জাতীয় আয়ৰ বিকাশৰ হাৰ আছিল শতকৰা

---

* মিখাইল গৰ্বাচভ। বিশ্বৰ ভাগ্যৰ কাৰণে দায়িত্ব অনুভৱ কৰিবলৈ, মহান অক্টোবৰ বিপ্লৱৰ ৭০তম বাৰ্ষিকী উৎসৱত অংশগ্ৰহণকাৰী দল আৰু আন্দোলনৰ প্ৰতিনিধিসকলৰ সভাত দিয়া বক্তৃতাসমূহ, মস্কো, নৱেম্বৰ ৪-৫, ১৯৮৭, নভস্তি প্ৰেছ এজেন্সী পাবলিছিং হাউছ মস্কো, ১৯৮৭, পৃঃ ৫-৬।

৬, ২২ আৰু ১৮ আৰু শিল্পজাত উৎপাদনৰ হাৰ আছিল শতকৰা ৪৬, ২৬ আৰু ১৮। আন কথাত, ১৯৮১ চনৰপৰা ১৯৮৫ চনলৈ সময় ছোৱাত ছি এম ই এ অৰ্থনৈতিক বিকাশৰ হাৰ ১৯৭১—১৯৭৫ চনৰ সময়ছোৱাৰ তুলনাত প্ৰায় দুগুণ কমিল। ফলস্বৰূপে, জনসাধাৰণৰ প্ৰকৃত আয়ৰ বৃদ্ধি আৰু বিশ্বৰ ঔদ্যোগিক উৎপাদনত সমাজতান্ত্ৰিক দেশবোৰৰ অংশ বৃদ্ধিৰ হাৰ লেহেম হৈ গল ; যেতিয়া ১৯৫০ আৰু ১৯৬০ চনৰ ভিতৰত পিছৰটো শতকৰা ২০ৰপৰা ৩৬ ভাগলৈ বাঢ়িছিল, ১৯৬১ আৰু ১৯৮৪ চনৰ ভিতৰত ই কেৱল শতকৰা ৩৬ ভাগৰপৰা ৪০ ভাগলৈ বাঢ়িলে।

গভীৰতৰকৰণ আৰু দ্ৰুততৰ বিকাশৰ প্ৰয়োজনীয়তা সৃষ্টি কৰা সমাজতন্ত্ৰৰ শক্তিশালী উৎপাদিকা শক্তি আৰু অৰ্থনৈতিক পৰিচালনা সামাজিক প্ৰশাসনৰ আওপুৰণি, গতানুগতিক ৰূপ আৰু দৃষ্টিভঙ্গীৰ যিবিলাক প্ৰধানকৈ অৰ্থনৈতিক বিকাশৰ সম্প্ৰসাৰিত পদ্ধতিৰ কাৰণে উপযোগী মাজত বিৰোধৰ লগত এই সকলো প্ৰৱণতা নিবিড়ভাৱে জড়িত। এই বিৰোধে ৰাজহুৱা সম্পৰ্কৰ সমগ্ৰ ব্যৱস্থাটোৰে গভীৰ পুনৰ গঠন দাবী কৰে। এই বিৰোধক বৰ্দ্ধিতভাৱে তীব্ৰ কৰি তোলা কাৰণটো হ'ল বিকাশৰ প্ৰয়োজনীয়তাৰ তুলনাত মনোবৈজ্ঞানিক পশ্চাদপদতা। চি পি এচ ইউৰ ২৭তম কংগ্ৰেছত তেওঁৰ বক্তৃতাত মিখাইল গৰ্বাচভে উল্লেখ কৰিছিল "...আমি পৰিবৰ্ত্তিত অৰ্থনৈতিক পৰিস্থিতিৰ সময়োপযোগী ৰাজনৈতিক পৰ্য্যালোচনা কৰাত ব্যৰ্থ হ'লো, আমি অৰ্থনীতিক বিকাশৰ গভীৰ পদ্ধতিলৈ পৰিবৰ্ত্তন কৰাৰ আৰু বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ প্ৰগতিৰ সাফল্যবোৰ জাতীয় অৰ্থনীতিত সক্ৰিয় ব্যৱহাৰৰ কাৰণে তীব্ৰ আৰু জৰুৰী প্ৰয়োজনীয়তা অনুধাবন কৰাত ব্যৰ্থ হ'লো।" ফলস্বৰূপে, কিছুমান বন্ধুত্বপূৰ্ণ সমাজতান্ত্ৰিক দেশত এটা জটিল পৰিস্থিতি গঢ়ি উঠিল যিটো কিছুমান ক্ষেত্ৰত অৰ্থনৈতিক বিকাশৰ হাৰ কমি যোৱা, সেইবোৰৰ জাতীয় অৰ্থনীতিৰ ভাৰসাম্যপূৰ্ণ বিকাশ লাভ কৰাত সন্মুখীন হোৱা অসুবিধা আৰু জনসাধাৰণৰ জীৱন ধাৰণৰ মানদণ্ডৰ লেহেম গতিত বৃদ্ধিৰ দ্বাৰা চিহ্নিত হ'ল।

অৱশ্যে, ১৯৮১-১৯৮৫ৰ সময়ছোৱাত বন্ধুত্বপূৰ্ণ সমাজতান্ত্ৰিক দেশবোৰে নেতিবাচক ধোঁকবোৰ অতিক্ৰম কৰিবলৈ, সেইবোৰৰ জাতীয় অৰ্থনীতিৰ ভাৰসাম্য পূৰ্ণ বিকাশ নিশ্চিত কৰিবলৈ, বৈদেশিক অৰ্থনৈতিক সম্পৰ্কত ভাৰসাম্য পুনৰ লাভ কৰিবলৈ, সামাজিক আৰু অৰ্থনৈতিক বিকাশক সুস্থিৰ কৰিবলৈ আৰু নতুন অৰ্থনৈতিক ৰণকৌশল তৈয়াৰ কৰিবলৈ পূৰ্বসৰ্ত্তসমূহ সৃষ্টি কৰিবলৈ বিচাৰিছিল। অসুবিধাজনক অৱস্থা সত্বেও, সমাজতান্ত্ৰিক দেশবোৰে সিবিলাকৰ মৌলিক পৰিকল্পনা লক্ষ্য পূৰণ কৰিলে। ১৯৮২ আৰু ১৯৮৬ চনৰ ভিতৰত সিবিলাকে জাতীয় অৰ্থনৈতিক প্ৰায়েই বিকাশৰ নতুন আভ্যন্তৰিণ আৰু বৈদেশিক অৱস্থাৰ লগত

থাপ খুৱাই ল'লে, মূল্য বৃদ্ধি আৰু কেঁচামাল আৰু ইন্ধনৰ কম উৎপাদনৰ ফলাফলৰ লগত কাৰ্য্যকৰীভাৱে মোকাবিলা কৰিলে আৰু সিবিলাকৰ বাৰ্ষিক অৰ্থনৈতিক বিকাশৰ হাৰ শতকৰা ৩ৰ পৰা ৫ ভাগৰ এটা সুদৃঢ় বাৰ্ষিক গড়ত ৰক্ষা কৰিলে।

## অৰ্থনৈতিক স্থিৰতা আৰু গতিশীল বিকাশৰ চাবিকাঠি

ছি এম ই এ দেশবোৰৰ জাতীয় অৰ্থনীতিৰ এটা বাস্তৱ মূল্যায়ণ কৰিবৰ কাৰণে এইটো বুজা আৱশ্যক যে এই দেশবোৰে বস্তুগত সম্পদৰ মিতব্যয়ী ব্যৱহাৰত আৰু শক্তিৰ ব্যৱহাৰ হ্ৰাসত কিছুমান ইতিবাচক সাফল্য লাভ কৰিছে, যদিও সেইবোৰৰ অৰ্থনৈতিক বিকাশৰ হাৰ পুঁজিবাদী দেশৰ হাৰতকৈ বেছি। উদাহৰণস্বৰূপে, ১৯৮০ৰ গোটেই দশকত জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ জাতীয় আয় বাঢ়িছিল, আনহাতে উৎপাদনত নিয়োগ কৰা সামগ্ৰী দৃঢ়ভাৱে কমিছিল। এইটো হৈছিল জাতীয় অৰ্থনীতিত শক্তি আৰু কেঁচামালৰ নিয়োগ বছৰি শতকৰা ৫·৩ ভাগ কমোৱাৰ কাৰণে। হাঙ্গেৰীত ১৯৮০ৰ দশকৰ প্ৰথম অৰ্ধাংশত ঔদ্যোগিক উৎপাদনৰ প্ৰতি এককত শক্তিৰ ব্যৱহাৰ শতকৰা ৬ ভাগ কমিছিল।

জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ অৰ্থনীতি হ'ল গভীৰতৰ তীব্ৰকৰণৰ ভিত্তিত সুস্থিৰ অৰ্থনৈতিক বিকাশৰ সকলোতকৈ চকুতলগা উদাহৰণ। জাৰ্মানীৰ ছছিয়েলিষ্ট ইউনিটি পাৰ্টিৰ একাদশ কংগ্ৰেছত দিয়া প্ৰতিবেদনত এচ ইউ পি জিৰ কেন্দ্ৰীয় কমিটিৰ সাধাৰণ সম্পাদক এৰিথ্ ইনেকাৰে জোৰদি কৈছিল "আমি উৎপাদন তীব্ৰকৰণক অৰ্থনৈতিক শক্তি বৃদ্ধিৰ কাৰণে আৰু দীৰ্ঘম্যাদী অৰ্থনৈতিক বিকাশৰ কাৰণে নিৰ্ভৰযোগ্য সৰ্ত আৰু পূৰ্ব প্ৰয়োজনীয়বোৰ সৃষ্টি কৰাত নিৰ্ণয়কাৰী ভিত্তি কৰিবলৈ সমৰ্থ হৈছো, শ্ৰম উৎপাদন ক্ষমতাৰ বৃদ্ধিৰ হাৰ বাঢ়িছে। এচ ইউ পি জিয়ে দেশখনক নতুন বৈজ্ঞানিক আৰু কাৰিকৰী মাইলখুটাৰ ফালে আগবাঢ়ি যাবলৈ সময়মতে দিশ নিৰ্ণয় কৰি দিলে।"

জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ দীৰ্ঘদিন ধৰি দৃঢ় আৰু গতিশীল অৰ্থনৈতিক বিকাশ ৰক্ষা কৰিব পৰা বিশ্বৰ মুষ্টিমেয় দেশৰ ভিতৰত এখন। ১৯৮১ আৰু ১৯৮৫ চনৰ ভিতৰত ইয়াৰ জাতীয় আয় বছৰি শতকৰা ৪·৫ ভাগ বাঢ়িল। এই বৃদ্ধিৰ শতকৰা ৯০ ভাগৰ বেছি পোৱা হৈছিল প্ৰকৃত উৎপাদনৰ হিচাপত শ্ৰম উৎপাদন ক্ষমতাৰ বছৰি শতকৰা ৬·৬ ভাগ বৃদ্ধিৰ ভিতৰেদি।

চেকোশ্লোভাকিয়াত, ১৯৮১ৰ পৰা ১৯৮৫লৈ সময়ছোৱাত অৰ্থনীতিক ভাৰসাম্যপূৰ্ণ কৰাটোক গতিশীল অৰ্থনৈতিক বিকাশৰ হাৰ ৰক্ষা কৰাৰ ওপৰত অগ্ৰাধিকাৰ দিয়া

৩'২ হৈছিল। চলি থকা পঞ্চবাৰ্ষিক পৰিকল্পনাৰ সময়ছোৱাৰ প্ৰথম দুবছৰত জাতীয় আয়ৰ বৃদ্ধি ইচ্ছাপূৰ্বকভাৱে কমোৱা হৈছিল। জাতীয় অৰ্থনীতিৰ সকলো খণ্ডৰ প্ৰচেষ্টাৰ কাৰণে ইতিমধ্যেই ১৯৮৩ চনত গতিশীল অৰ্থনৈতিক বিকাশৰ হাৰ পুনৰ প্ৰতিষ্ঠা কৰা হ'ল।

এই সময়ছোৱাত চেকোশ্লোভাকিয়াত জাতীয় আয়ৰ পৰিমাণ শতকৰা ১১ ভাগ বাঢ়িলে, ১৯৮৩ আৰু ১৯৮৫ চনৰ ভিতৰত বাৰ্ষিক বিকাশৰ হাৰ আছিল শতকৰা ভাগ। ঔদ্যোগিক উৎপাদন শতকৰা ১৫ ভাগ বাঢ়িল আৰু শ্ৰম উৎপাদন ক্ষমতা শতকৰা ৯ ভাগ। বৈজ্ঞানিক আৰু কাৰিকৰী আৱিষ্কাৰ ব্যাপকতৰ হাৰত ব্যৱহৃত হবলৈ ধৰিলে। ফলস্বৰূপে, ১৯৮৫ চনত উচ্চ-কাৰিকৰী উৎপাদন ১৯৮০ চনৰ শতকৰা ২১ ভাগৰ তুলনাত শতকৰা প্ৰায় ৩০ ভাগ পালেগৈ।

১৯৭০ৰ দশকৰ শেষ ভাগ আৰু ১৯৮০ৰ দশকৰ আগভাগৰ গোটেই সময় জুৰি পোলেণ্ডত অৰ্থনৈতিক পৰিস্থিতি অত্যন্ত অসুবিধাজনক আছিল। ১৯৮২ আৰু ১৯৮৬ চনৰ মাজত অৰ্থনৈতিক সংস্কাৰ অনুসৰি লোৱা ব্যৱস্থাসমূহে আৰু তিনিবছৰীয়া অৰ্থনৈতিক বিকাশৰ পৰিকল্পনাৰ পূৰণে দেশখনৰ অৰ্থনৈতিক আৰু সামাজিক ৰাজনৈতিক পৰিস্থিতি উন্নত কৰাত সহায় কৰিলে। এইটো দেখা যায় ১৯৮৫ চনৰ অৰ্থনৈতিক সূচকসমূহৰ সংকটৰ পূৰ্বৰ ১৯৭৯ চনৰ সূচকবোৰৰ লগত তুলনাৰ দ্বাৰা। ১৯৮৫ চনত পোলেণ্ডৰ উপাৰ্জ্জিত জাতীয় আয় ১৯৮২ চনৰ তুলনাত শতকৰা ১৫ ভাগ বেছি আৰু ১৯৭৯ চনৰ তুলনাত শতকৰা ১০ ভাগ কম আছিল। জনমূৰি উপাৰ্জ্জিত জাতীয় আয় ১৯৮২ চনতকৈ শতকৰা ১২ ভাগ বেছি আৰু ১৯৭৯ চনতকৈ শতকৰা ১৫ ভাগ কম আছিল। জনমূ'ৰ উপভোগ কৰা জাতীয় আয় কিছুপৰিমাণে কম আছিল: যদিও ১৯৮২ চনৰ তুলনাত ১৯৮৫ চনত ই শতকৰা ১১ ভাগ বাঢ়িলে, ১৯৭৯ চনতকৈ ই শতকৰা ২০ ভাগ কম আছিল। তিনিবছৰীয়া অৰ্থনৈতিক বিকাশৰ পৰিকল্পনাত নিৰ্ধাৰিত কৰা মৌলিক উৎপাদন লক্ষ্যসমূহ পূৰণ কৰা হ'ল, দেশৰ উপাৰ্জ্জিত জাতীয় আয়ৰ বাৰ্ষিক বৃদ্ধিৰ হাৰ পৰিকল্পনাৰ লক্ষ্যতকৈ আগবাঢ়ি গৈছিল শতকৰা তিনিৰ পৰা চাৰি ভাগ হৈছিল, আনহাতে উপভোগ কৰা জাতীয় আয় আছিল শতকৰা ৩'৫ৰ পৰা ৫ ভাগ।

১৯৮১ আৰু ১৯৮৭ চনৰ মাজৰ সময়ছোৱাত সমগ্ৰ সমাজতান্ত্ৰিক গোষ্ঠীৰ বিকাশত সাধাৰণ ইতিবাচক ধাৰাৰ পটভূমিত, দেশসমূহৰ জাতীয় অৰ্থনৈতিক বিকাশত যোৱা ২০ৰ পৰা ৩০ বছৰৰ ভিতৰত প্ৰথমবাৰৰ কাৰণে বহুতো পাৰ্থক্য দেখা গ'ল! বৃদ্ধিৰ হাৰ, সম্পদৰ ব্যৱহাৰ, উৎপাদন ভিত্তিক আৰু শ্ৰমিকবাহিনীক ব্যৱহাৰ কৰাত দক্ষতা ইত্যাদি।

ইয়াৰ উপৰিও, সমাজতান্ত্রিক দেশসমূহৰ সামাজিক আৰু অর্থনৈতিক বিকাশত বাস্তৱ আৰু মানসিক কাৰণ দুয়োটাই সৃষ্টি কৰা গুৰুতৰ অসুবিধাই দেখা দিলে। প্রতিকূল বতৰৰ অৱস্থা আৰু বিশ্বৰ বজাৰত উঠানমাৰ, যিটোৱে সৰহ সংখ্যক দেশৰ ৰপ্তানিক আঘাট কৰিছিল, লগে লগে কেন্দ্রীয় প্রশাসনিক সংস্থাবোৰৰ দ্বাৰা অর্থনৈতিক পৰিচালনাত ভুল হিচাপ আৰু ক্রটিবোৰ অনুভূত হ'ল। উদাহৰণ স্বৰূপে, হাঙ্গেৰীয়ান ছছিয়েলিষ্ট ওৱাৰ্কাৰ্চ পাৰ্টিৰ কেন্দ্রীয় কমিটিৰ ১৯৮৬ চনৰ নবেম্বৰ মাহৰ পূর্ণাঙ্গ সভাত সম্পাদক ফেৰেঙ্ক হাবাছিয়ে সিদ্ধান্ত কৰিব লগীয়া হৈছিল যে দেশৰ সামাজিক আৰু অর্থনৈতিক বিকাশ "মূঠতে কংগ্রেছে গ্রহণ কৰা নির্দেশাৱলীৰ লগত খাপ খোৱা নাছিল।" সেইকাৰণে হাঙ্গেৰীয়ান কমিউনিষ্টসকলে ধাৰণা কৰে তেওঁলোকৰ সকলোতকৈ বেছি আৱশ্যকীয় লক্ষ্য হ'ল "ইতিমধ্যেই লাভ কৰা সাফল্যসমূহ সংহত কৰা আৰু ৰাজহুৱা সম্মতি শক্তিশালী কৰা।"

পোলেণ্ডত, ১৯৮৬ চনৰ ডিচেম্বৰত পোলিছ ইউনাইটেড ওৱাৰ্কাৰ্ছ পাৰ্টিৰ তৃতীয় পূর্ণাঙ্গ অধিবেশনত পি ইউ ডব্লিউ পিৰ কেন্দ্রীয় কমিটিৰ সম্পাদক মেৰিয়ান ওৰজনিয়াকে উল্লেখ কৰাৰ দৰে অর্থনৈতিক ভাৰসাম্য ঘূৰাই অনাৰ প্রক্রিয়াটো সহজ নাছিল। এহাতেদি, ১৯৮২ আৰু ১৯৮৬ চনৰ ভিতৰত শ্রম উৎপাদন ক্ষমতা পৰিকল্পনা কৰাতকৈ দ্রুততৰ গতিত বাঢ়িছিল, উৎপাদনৰ প্রতিটো একক প্রতি শক্তি আৰু সম্পদৰ ব্যৱহাৰ কমিব ধৰিছিল আৰু নিয়োগ চক্র কিছুপৰিমাণে ছুটি হৈছিল। আনহাতেদি, কামৰ সময় সম্পূর্ণৰূপে ব্যৱহাৰ কৰা নহৈছিল, ৰাষ্ট্র আৰু সমবায়ৰ যোগান বাধাগ্রস্ত হৈছিল, বস্তুৰ গুণ উন্নত হোৱা নাছিল, শ্রমসমূহবোৰৰ আয় সেইবোৰৰ দক্ষতাৰ লগত খাপ নাখাইছিল, মূল্য বৃদ্ধি হৈছিল আৰু ৰাষ্ট্রীয় বাজেটৰ ঘাটি চলি আছিল।

১৯৮৬ চনত বুলগেৰিয়াই, সমগ্র ১৯৮৪ আৰু ১৯৮৫ চনৰ প্রতিকূল বতৰৰ অৱস্থাই সৃষ্টি কৰা লোকচানৰ পিছত জাতীয় অর্থনীতি পুণৰ সংস্থাপন কৰাৰ কাৰণে ইয়াৰ প্রচেষ্টাত বহুতো অসুবিধাৰ সন্মুখীন হ'ব লগা হৈছিল।

বুলগেৰিয়াত বার্ষিক বৃদ্ধিৰ হাৰ বর্দ্ধিত পৰিমাণত অনিয়মীয়া আছিল। উদাহৰণ স্বৰূপে, ১৯৮১ আৰু ১৯৮৫ চনৰ মাজৰ সময়ছোৱাত সেইবিলাক শতকৰা ৫ আৰু ১.৮ ভাগৰ মাজত উঠানমা কৰিছিল। হাঙ্গেৰীত ১৯৮০ৰ দশকৰ আগভাগত সম্পদ ৰাহী কৰা নীতিৰ সহায়ত লাভ কৰা সাফল্য ১৯৮৬ চনত হেকৰাই পেলোৱা হ'ল আৰু দেশখন ১৯৮০ৰ স্তৰলৈ ঘূৰি গ'ল। এই পৰিস্থিতিয়ে প্রতিফলিত কৰে যে এহাতেদি, অর্থনৈতিক বিকাশৰ ইয়াৰ আগৰ সময়ছোৱাৰ পৰা থাকি যোৱা গতিহ্রাসক উপাদানবোৰ এতিয়াও শক্তিশালীহৈ আছিল, আৰু আন হাতেদি, বস্তুগত

সম্পদবোৰ বেচি দক্ষতাৰে ব্যৱহাৰ কৰিবলৈ শ্ৰমনিয়মানুবৰ্তিতা শক্তিশালী কৰিবলৈ, উৎপাদন ধাৰা স্বাভাৱিক কৰিবলৈ আৰু আন ইতিবাচক ফল লাভকৰিবলৈ লোৱা অৰ্থনৈতিক ব্যৱস্থাসমূহ অকাৰ্যকৰী আছিল।

বৰ্তমান স্তৰত, সমাজতান্ত্ৰিক উৎপাদকসকলৰ উদ্যোগ আৰু স্বাধীনতা সম্প্ৰসাৰিত নকৰাকৈ, সামাজিক জীৱনৰ বিভিন্ন ক্ষেত্ৰত সমাজতান্ত্ৰিক গণতন্ত্ৰ গভীৰতৰ নকৰাকৈ, সমাজতান্ত্ৰিক স্বায়ত্ব শাসন বিকাশ নকৰাকৈ আৰু শ্ৰমজীৱী মানুহৰ সকলো স্তৰে উদ্যোগ আৰু স্বাধীনতা বৃদ্ধি নকৰাকৈ সমাজতন্ত্ৰৰ অৰ্থনৈতিক বিকাশৰ আমূল গুণগত পৰিৱৰ্ত্তন লাভ কৰাটো অসম্ভৱ হৈ পৰিছে। বৈজ্ঞানিক আৰু কাৰিকৰী প্ৰগতি দ্ৰুততৰ কৰাৰ নিৰ্দিষ্ট কৰ্তব্য স্থিৰ কৰা হৈছে, আন এটা মৌলিক কৰ্তব্য সমাজতান্ত্ৰিক গোষ্ঠীৰ সন্মুখীন হৈছে—বৰ্তমান শতিকাৰ শেষলৈ সকলোতকৈ গুৰুত্বপূৰ্ণ ক্ষেত্ৰবোৰত বিজ্ঞান, প্ৰযুক্তিবিদ্যা আৰু উৎপাদনৰ স্তৰ বহু ওপৰলৈ তোলা আৰু তাৰ দ্বাৰা শ্ৰম উৎপাদন ক্ষমতা দুগুণ কৰা।'

এই অগ্ৰগতিয়ে, পূৰ্বধাৰণা কৰে, সমাজতান্ত্ৰিক গোষ্ঠীৰ দেশবোৰত সকলো অৰ্থ নৈতিক শক্তিৰ আৰু লগে লগে দুৰ্বলতা সমূহৰ এক সংযত বিচাৰ।

ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ ২৭তম কংগ্ৰেছৰ পিছত বুলগেৰিয়া, হাঙ্গেৰী, জাৰ্মান গণতান্ত্ৰিক ৰিপাব্লিক, পোলেণ্ড আৰু জেকেশ্লোভাকিয়াত অনুষ্ঠিত হোৱা কমিউনিষ্টসকলৰ কংগ্ৰেছবোৰে সেইবোৰৰ প্ৰস্তাৱসমূহত বৰ্তমান সময়ৰ পৰিৱৰ্ত্তন বিন্দুৰ দাবী বোৰকেই কেৱল প্ৰতিফলিত কৰা নাই, কিন্তু স্থিৰ কৰা কৰ্তব্য-সমূহ সমাধান কৰাৰ পথবো নিৰ্দেশ দিছে। যদিও সমাজতান্ত্ৰিক দেশবোৰত কমিউনিষ্ট সকলে সামাজিক আৰু অৰ্থ নৈতিক বিকাশ দ্ৰুততৰ কৰাৰ সাৰমৰ্ম আৰু চূড়ান্ত লক্ষ্য সম্পৰ্কে দৃষ্টিভঙ্গীৰ ঐক্য প্ৰকাশ কৰিছে, সিবিলাকৰ কংগ্ৰেছবোৰৰ প্ৰস্তাৱ সমূহে নিৰ্দিষ্ট জাতীয় চৰিত্ৰ আৰু অৱস্থা প্ৰতিফলিত কৰিছে য'ত অনুমোদিত কৌশল-সমূহ কাৰ্যকৰী কৰিব লাগিব।

১৯৮৬ চনৰ এপ্ৰিলত বুলগেৰিয়ান কমিউনিষ্ট পাৰ্টিৰ ১৩তম কংগ্ৰেছত তেওঁৰ উদ্বোধনী বক্তৃতাত তদৰ জিভ্কভে বুলগেৰিয়ান কমিউনিষ্টসকলৰ দৃষ্টি দেশখনৰ বিকাশৰ এটা "মৌলিকভাৱে নতুন নিৰ্দেশাৱলীৰ" প্ৰতি আকৰ্ষণ কৰিছিল—অৰ্থ নৈতিক বৃদ্ধিৰ হাৰ দ্ৰুততৰ কৰণ আৰু বৃদ্ধিৰ সকলো উপাদানৰ সৰ্বোচ্চ ব্যৱহাৰ। কংগ্ৰেছে লক্ষ্য কৰিছিল যে এই দ্ৰুততৰ কৰণ প্ৰক্ৰিয়াই দীঘলীয়া সময় ল'ব আৰু বিৰোধমূলক হ'ব। ১৯৮৬ চনৰ পৰা ১৯৯০ চনলৈ আৰু ২০০০ চনত শেষ হ'বলগীয়া সময়ছোৱাত অৰ্থ নৈতিক কৌশলৰ নতুন কৰ্তব্যসমূহৰ পূৰণে ১৯৮৫ চনৰ বিপৰীতে শ্ৰম উৎপাদন শক্তিৰ শতকৰা ২০০-২৫০ ভাগ বৃদ্ধি সহ জাতীয় আয়ৰ শতকৰা ৫০-২০০

ভাগ বৃদ্ধি নিশ্চিত কৰিব লাগিব। নেতৃস্থানীয় অৰ্থনৈতিক খণ্ডবোৰত শ্ৰম উৎপাদন শক্তি চাৰিগুণ বা পাঁচ গুণ বাঢ়িব লাগিব।

১৯৮৬ আৰু ১৯৯০ চনৰ মাজৰ সময়ত বুলগেৰিয়াৰ জাতীয় আয় শতকৰা ২২ৰ পৰা ২৫ ভাগলৈ বঢ়োৱাৰ পৰিকল্পনা কৰা হৈছে। এই বৃদ্ধি লাভ কৰা হ'ব শ্ৰম উৎপাদন ক্ষমতা শতকৰা ২৫-৩০ ভাগ বৃদ্ধি কৰাৰ যোগেদি। কেঁচামাল আৰু ইন্ধনৰ মিতব্যয়ী ব্যৱহাৰ, নিম্ন উৎপাদন খৰচ, আৰু উদ্যোগ আৰু কৃষিত উৎপাদিত বস্তুৰ গুণৰ যথেষ্ট উন্নতি, আৰু নিৰ্মাণ কাৰ্যৰ গুণগত উন্নতিয়ে অৰ্থনৈতিক দক্ষতা বঢ়োৱাৰ প্ৰাথমিক উৎস হিচাপে কাম কৰিব।

সাম্প্ৰতিক বছৰবোৰত হাঙ্গেৰীত সমাজতান্ত্ৰিক নিৰ্মাণৰ কাৰণে অৱস্থা বেচি অসুবিধাজনক হৈ পৰিছে। অৰ্থনৈতিক বিকাশৰ তীব্ৰ পদ্ধতিলৈ সলনিত নিহিত নতুন সামগ্ৰিক কৰ্তব্য আৰু বিৰোধ, বিশ্ব অৰ্থনীতিত সংকটৰ প্ৰৱণতা আৰু ফলস্বৰূপে অৰ্থনৈতিক বৃদ্ধিৰ হাৰৰ এটা পতন, হাঙ্গেৰীয়ান ছচিয়েলিষ্ট ওৱাৰ্কাৰ্চ পাৰ্টি আৰু হাঙ্গেৰীয়ান জনসাধাৰণৰ কাৰণে এটা পৰীক্ষা হৈ পৰিছে।

দ্ৰুততৰ অৰ্থনৈতিক বিকাশৰ হাঙ্গেৰীয়ান কৌশলে লিপ্ত কৰিছে—অৰ্থনৈতিক বিকাশৰ তীব্ৰ পদ্ধতিৰ সূচনা, খৰচ কৰ্তন কৰা আৰু ভাণ্ডাৰৰ বেছি সম্পূৰ্ণ ব্যৱহাৰ এনে এটা প্ৰচেষ্টাত যাৰ দ্বাৰা লাভ কৰিব পাৰি বৃদ্ধিৰ সেই হাৰ যি হাঙ্গেৰীয়ান জাতীয় অৰ্থনীতিক বেচি ভাৰসাম্যপূৰ্ণ কৰাত, ইয়াৰ বস্তুগত আৰু কাৰিকৰী ভেটি ক্ৰমান্বয়ে আৰু ব্যাপকভাৱে আধুনিককৰণত আৰু জনসাধাৰণৰ মঙ্গলৰ উল্লেখযোগ্য বৃদ্ধিত সহায় কৰিব। হাঙ্গেৰীয়ান অৰ্থনীতিবিদ সকলৰ মতে, ১৯৮৬—১৯৯০ চনৰ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ, যাৰ লক্ষ্যসমূহ আন চি এম ই এ দেশবোৰে স্থিৰ কৰাতকৈ পৰিমিত, পূৰণে হাঙ্গেৰীয়ান জাতীয় অৰ্থনীতিক অৰ্থনৈতিক বৃদ্ধিৰ তীব্ৰ পদ্ধতিৰ পথলৈ অনাৰ কাৰণে এটা ভিত্তি সৃষ্টি কৰিব।

জাৰ্মান গণতান্ত্ৰিক বিপাব্লিকৰ সুস্থিৰ অৰ্থনৈতিক বিকাশ জাৰ্মানীৰ ছচিয়েলিষ্ট ইউনিটি পাৰ্টিয়ে তৈয়াৰ কৰি উলিওৱা সামাজিক আৰু অৰ্থনৈতিক কৌশলৰ লগত নিবিড়ভাৱে জড়িত। মূলতঃ ই শ্ৰম উৎপাদন ক্ষমতাৰ দ্ৰুততৰ বৃদ্ধিৰ ওপৰত প্ৰতিষ্ঠিত। ইয়াক লাভ কৰা হ'ব ইলেকট্ৰনিক আৰু কম্পিউটাৰ ইঞ্জিনিয়াৰিং, স্বয়ংক্ৰিয় আহি তৈয়াৰ আৰু পৰিচালনা ব্যৱস্থা, নমনীয় স্বয়ংক্ৰিয় উৎপাদন গোট, মাইক্ৰইলেকট্ৰনিকচ্, বায়টেক্‌নলজী, লেজাৰ টেক্‌নলজী, আনৱিক ইঞ্জিনিয়াৰিং আৰু নতুন বস্তুৰ সৃষ্টি সাধ্বি লোৱা মূল প্ৰযুক্তি বিদ্যাৰ বিকাশৰ যোগেদি। উদাহৰণ স্বৰূপে, নমনীয় স্বয়ংক্ৰিয় উৎপাদন গোটৰ সূচনাই শ্ৰম উৎপাদন ক্ষমতা পাঁচ গুণৰপৰা ছয়গুণলৈ বঢ়োৱাত আৰু উৎপাদন খৰচ শতকৰা ১৫ৰ পৰা

২০ ভাগ কমোৱাত সহায় কৰিব। ১৯৯০ চন পৰ্য্যন্ত এইটো পৰিকল্পনা কৰা হৈছে যে স্বয়ংক্রিয় কামৰ সংখ্যা দুগুণ কৰা হ'ব আৰু ৭৫০০ৰ পৰা ৮০০০০ ৰবট কামত লগোৱা হ'ব।

পোলেণ্ডত, ১৯৮৬ চনৰপৰা ১৯৯০ চনলৈ প্ৰধান সামাজিক আৰু অৰ্থনৈতিক লক্ষ্যৰ ভিতৰত আছে, জাতীয় অৰ্থনীতিক শক্তিশালী কৰা, কাৰ্য্যকৰী আৰু ভাৰসাম্যপূৰ্ণ বিকাশৰ কাৰণে ইয়াৰ ক্ষমতা বৃদ্ধি কৰা আৰু মানুহৰ জীৱনধাৰণৰ মানদণ্ডৰ ক্ৰমান্বয়ে উন্নতি লাভ কৰা। এই লক্ষ্যসমূহ সাধন কৰিবলৈ, পোলেণ্ডে ইয়াৰ অৰ্থনৈতিক দক্ষতা উল্লেখযোগ্য ভাৱে বঢ়াব লাগিব। ইয়াৰ পালত, অৰ্থনৈতিক বিকাশৰ তীব্ৰ পদ্ধতিৰ পথলৈ সলনি নকৰাকৈ অৰ্থনৈতিক দক্ষতা বৃদ্ধি কৰাটো অসম্ভৱ। দ্ৰুততৰ কৰণৰ প্ৰধান উত্তোলন দণ্ডৰ ভিতৰত আছে বৈজ্ঞানিক আৰু প্ৰযুক্তিগত সাফল্যবোৰ ব্যৱহাৰ কৰা; জাতীয় অৰ্থনীতিৰ ৰপ্তানি ক্ষমতা বৃদ্ধি কৰা আৰু ছি এম ই এৰ কাঠামোৰ ভিতৰত অৰ্থনৈতিক সহযোগ গভীৰতৰ কৰা; জাতীয় অৰ্থনীতিত কাঠামোৰ পৰিবৰ্ত্তন সাধন; ঔদ্যোগিক উৎপাদনৰ প্ৰতি একক সামগ্ৰী আৰু শক্তিৰ ব্যৱহাৰ উল্লেখযোগ্য ভাৱে কমোৱা; শ্ৰম সম্পদৰ ব্যৱহাৰ উন্নত কৰা আৰু জনসাধাৰণক উৎপাদনৰ আৰু বেচি সক্ৰিয় অংশীদাৰ কৰা; অৰ্থনৈতিক সংস্কাৰসমূহ বেচি সক্ৰিয়ভাৱে কাৰ্য্যকৰী কৰা।

চেকোশ্লোভাকিয়াৰ কমিউনিষ্ট পাৰ্টিৰ ১৭তম কংগ্ৰেছে সামাজিক বিকাশৰ সৰ্বোচ্চ লক্ষ্য হিচাপে ঘোষণা কৰিলে, "মানুহৰ জীৱন ধাৰণৰ মানদণ্ড উন্নত কৰা, এটা গুণগতভাৱে উচ্চতৰ স্তৰত জনসাধাৰণৰ বস্তুগত আৰু আধ্যাত্মিক প্ৰয়োজনীয়তাৰ সম্পূৰ্ণ পূৰণ আৰু জনসাধাৰণৰ সামাজিক বিকাশ সংহত কৰা।" এই লক্ষ্যসমূহ পূৰণ কৰাটো নিশ্চিত কৰাটো হ'ল সামাজিক উৎপাদনৰ তীব্ৰতৰ কৰণ আৰু দক্ষতা বৃদ্ধি, শ্ৰমৰ গুণগত উন্নতিসাধন আৰু কঠোৰ মিতব্যয়িতাৰ শাসনৰ যোগেদি দেশৰ সামাজিক আৰু অৰ্থনৈতিক বিকাশ দ্ৰুততৰকৰণৰ ওপৰত নিৰ্ভৰশীল দীৰ্ঘম্যাদী কৌশলৰ সাৰমৰ্ম। চেকেশ্লোভাক অৰ্থনীতিবিদ সকলৰ মতে, জাতীয় অৰ্থনীতিৰ এক সকলো দিশৰ তীব্ৰকৰণ লাভ কৰিবলৈ হলে, চেকোশ্লোভাকিয়াই ছি এম ই এ দেশবোৰৰ ২০০০ চন পৰ্য্যন্ত বৈজ্ঞানিক আৰু কাৰিকৰী অগ্ৰগতিৰ সামাজিক কাৰ্য্যসূচী পূৰণ কৰাৰ লগত ইয়াৰ অৰ্থনীতিক আৰু 'বেছি সম্পূৰ্ণকৈ সংহত কৰি বৈজ্ঞানিক আৰু কাৰিকৰী প্ৰগতি দ্ৰুততৰ কৰিব লাগিব, অৰ্থনৈতিক পৰিচালনা আৰু পৰিকল্পনাৰ পদ্ধতি উন্নত কৰিব লাগিব, অৰ্থনৈতিক যন্ত্ৰৰ ব্যৱহাৰ কৰিব লাগিব, পৰিচালনাত শ্ৰমজীৱী মানুহৰ অংশগ্ৰহণ উৎসাহিত আৰু তেওঁলোকৰ দক্ষতা আৰু উদ্যোগ বৃদ্ধি কৰিব লাগিব।

২০০০ চনত শেষ হোৱা সময়ছোৱাৰ কাৰণে সামাজিক আৰু অৰ্থনৈতিক বিকাশৰ মূল লক্ষ্যসমূহ সাধন কৰিবলৈ, চেকোশ্লোভাকিয়াৰ জাতীয় অৰ্থনীতি ১৯৮৫ চনৰ তুলনাত দুই তৃতীয়াংশৰ বেছি বাঢ়িব লাগিব প্ৰধানকৈ শ্ৰম উৎপাদন ক্ষমতাৰ বৃদ্ধি আৰু সম্পদসমূহৰ বেছি মিতব্যয়ী ব্যৱহাৰৰ যোগেদি। ১৯৮৬ ৰ পৰা ১৯৯০ চনৰ সময়ছোৱাত দেশৰ জাতীয় অৰ্থনীতি শতকৰা ১৮-১৯ ভাগ বাঢ়িব লাগিব, বৃদ্ধিৰ শতকৰা ৯২-৯৬ ভাগ উচ্চতৰ শ্ৰম উৎপাদন ক্ষমতাৰ জৰীয়তে পাব যিটো বছৰি শতকৰা ১৭-১৮ ভাগ বাঢ়িব লাগিব।

## কাঠামোৰ পৰিৱৰ্ত্তন

দ্ৰুততৰ কৃত সামাজিক আৰু অৰ্থনৈতিক বিকাশে জাতীয় অৰ্থনীতিৰ কাঠামোৰ আমূল পৰিবৰ্ত্তন দাবী কৰে। জাতীয় অৰ্থনৈতিক গাঁথনিৰ এটা গুণগতভাৱে নতুন কাঠামোলৈ ক্ৰমান্বয়ে পৰিবৰ্ত্তন কৰা প্ৰয়োজন যিটো তলৰ উপাদান কেইটাৰ দ্বাৰা নিৰ্দ্ধাৰিত হয়: প্ৰাপ্ত সম্পদ, সামাজিক আৰু অৰ্থনৈতিক বৃদ্ধিৰ কৰ্ত্তব্য আৰু আন্তৰ্জাতিক শ্ৰম বিভাজনত অংশ গ্ৰহণ।

সমাজতান্ত্ৰিক নিৰ্মাণৰ বছৰবোৰত ছি এম্ ই এ দেশসমূহৰ প্ৰায়বোৰে আগবঢ়া জাতীয় অৰ্থনৈতিক গাঁথনি তৈয়াৰ কৰিছে যি সেইবোৰক অৰ্থনীতি, বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিকাশৰ উচ্চ মানদণ্ড পাবলৈ আৰু দৃঢ় অগ্ৰগতিৰ কাৰণে প্ৰয়োজনীয় অৱস্থা সৃষ্টি কৰিবলৈ সক্ষম কৰিছে। এনেকুৱা গাঁথনিৰ ভাৰসাম্যপূৰ্ণ গঠন প্ৰকৃত সমাজতন্ত্ৰৰ সকলোতকৈ বেছি গুৰুত্বপূৰ্ণ সাফল্য।

ছি এম ই এ দেশবোৰত আজি জাতীয় অৰ্থনৈতিক সমাহাৰ কেনেকুৱা?

আগতে উল্লেখ কৰাৰ দৰে ছি এম ই এৰ ইউৰোপীয় সদস্য দেশবোৰত জাতীয় আয়ৰ শতকৰা ২৬ৰ পৰা ৬৯ ভাগ শিল্পৰপৰা আহে। যান্ত্ৰিক ইঞ্জিনিয়াৰিং হ'ল নেতৃস্থানীয় শিল্প যাৰ পৰা মুঠ শিল্পজাত উৎপাদনৰ শতকৰা ২৫-৩৫ ভাগ আহে।

একে সময়তে, অৰ্থনৈতিক বিকাশৰ গতিশীলতা সদায়েই সামাজিক প্ৰয়োজনীয়তাৰ বিকাশৰ লগত থাপ খোৱা নাছিল। সমাজতান্ত্ৰিক গোষ্ঠীত পুনৰুৎপাদনৰ অৱস্থাৰ যথেষ্ট পৰিবৰ্ত্তনক কমকৈ দেখা হৈছিল, কাঠামোৰ পৰিবৰ্ত্তন প্ৰধানকৈ অৰ্থনৈতিক বিকাশৰ এক সম্প্ৰসাৰণ সময়ৰ প্ৰাথমিক চৰিত্ৰগত দিশত হবলৈ ধৰিলে।

মূলতঃ, সমাজতান্ত্ৰিক গোষ্ঠীৰ দেশবোৰৰ কাঠামোৰ নীতিত লাভ কৰিব লগীয়া পৰিবৰ্ত্তনৰ প্ৰধানকৈ লক্ষ্য হ'ল মধ্যাকৰ্ষণ বিন্দু পৰিমাণগত সূচকৰ পৰা গুণ আৰু

দক্ষতালৈ, মাধ্যমিকৰ পৰা শেষ ফললৈ নিয়া। কাঠামোৰ নীতিৰ ধাৰা বিচাৰত তলত দিয়া মানদণ্ডত অগ্ৰাধিকাৰ দিয়া হৈছে :

—প্ৰযুক্তিগত নতুনত্বৰ দ্ৰুততৰ আৰু অতি ব্যাপক আৱৰ্তণি ;

—সামাজিক উৎপাদন ফলৰ প্ৰতি এককত বস্তু আৰু শক্তিৰ খৰচ কমোৱা ;

—অৰ্থনীতিক আৰু বেছি ভাৰসাম্যপূৰ্ণ আৰু সামাজিকভাৱে কাৰ্য্যকৰী কৰা ;

—উচ্চ গুণ সম্পন্ন আৰু প্ৰতিযোগিতামূলক বস্তুৰ উৎপাদন নিশ্চিত কৰা ;

—জাতীয় অৰ্থনীতিৰ গতিশীলতা বৃদ্ধি কৰা আৰু পৰিৱৰ্তিত অৱস্থাৰ লগত নমনীয় ভাৱে খাপ খাবলৈ ইয়াৰ ক্ষমতা বৃদ্ধি কৰা ;

এই মানদণ্ড সমূহৰ কাৰণে মধ্যাকৰ্ষণ বিন্দু ইলেকট্ৰনিকছ আৰু মাইক্ৰইলেকট্ৰনিকছ স্বয়ংক্ৰিয় ব্যৱস্থাৰ নিৰ্মাণ, ৰবট আৰু নতুন নিৰ্মাণ সামগ্ৰী, বায়টেক্‌নলজী ব্যৱহাৰ কৰা লেজাৰ টেক্‌নলজী শিল্প, তথ্য সৰবৰাহৰ সা-সুবিধা, আৰু লগে লগে জাতীয় অৰ্থনীতিৰ আন আন উচ্চ কাৰিকৰী বিদ্যা আৰু বিজ্ঞানৰ উচ্চ প্ৰয়োগ হোৱা খণ্ডলৈ পৰিৱৰ্ত্তন কৰা হৈছে।

**বুলগেৰিয়াত,** বুলগেৰিয়ান কমিউনিষ্ট পাৰ্টিৰ ১৩তম কংগ্ৰেছত উল্লেখ কৰাৰ দৰে, চলি থকা পঞ্চবাৰ্ষিক পৰিকল্পনাৰ সময় ছোৱাত সাধাৰণভাৱে ঔদ্যোগিক উৎপাদন শতকৰা ২৫—৩০ ভাগ বাঢ়িব, যন্ত্ৰপাতি আৰু আহিলাৰ উৎপাদন শতকৰা ৫০ ভাগ আৰু কমপিউটাৰ সুবিধা ধৰি শতকৰা ১০০ ভাগ—মাইক্ৰকমপিউটাৰ শতকৰা ১৫০ ভাগৰ বেছি যোগাযোগৰ সা-সুবিধা শতকৰা প্ৰায় ১০০ ভাগ আৰু ঔদ্যোগিক ৰবট শতকৰা ২০০ ভাগ বাঢ়িব। খাপ খুৱাই লব পৰা গুণসহ নতুন ধৰণৰ বহুমুখী ৰবটৰ উৎপাদন আৰম্ভ হ'ব। ৰসায়নিক শিল্পৰ উৎপাদন শতকৰা ৪০ ভাগ বাঢ়িব আৰু আনহাতে নতুন পলিমেৰিক আৰু অতি বিশুদ্ধ সামগ্ৰী দ্ৰুততৰ হাৰত উৎপাদন কৰা হ'ব। মাইক্ৰবায়লজিকেল আৰু ফাৰ্মাচিউটিকেল শিল্পৰ উৎপাদন দুগুণ বাঢ়িব।

জাৰ্মানীৰ ছচিয়েলিষ্ট ইউনিটি পাৰ্টিৰ ১১তম কংগ্ৰেছত গৃহীত, **জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ** ১৯৮৬—১৯৯০ চনৰ সময়ত অৰ্থনৈতিক বিকাশৰ নিৰ্দ্দেশাৱলী অনুসৰি উদ্যোগিক উৎপাদন শতকৰা ২০-২২ ভাগ বাঢ়িব লাগিব আনহাতে জোখ—মাখৰ আৰু উৎপাদন প্ৰক্ৰিয়া নিয়ন্ত্ৰণ কৰা আহিলা পাতিকে ধৰি, যাৰ উৎপাদন শতকৰা ৮১-৮৩ ভাগ বাঢ়িব, বৈদ্যুতিক আৰু ইলেকট্ৰনিক সা-সুবিধাৰ উৎপাদন শতকৰা ৪৯-৫১ ভাগ বাঢ়িব। ১৯৯০ চন পৰ্য্যন্ত পৰিকল্পনা কৰা হৈছে যে যন্ত্ৰ গাঁথনি আৰু প্ৰণালীৰ অংশ যান্ত্ৰিক ইঞ্জিনিয়াৰিঙৰ উৎপাদনৰ শতকৰা ৪০-৫০ ভাগলৈ অনা হ'ব, নমনীয় স্বয়ংক্ৰিয় উৎপাদন গোটৰ উৎপাদন যথেষ্ট বঢ়োৱা হব আৰু তাৰ দ্বাৰা ঔদ্যোগিক

ৰবটৰ জাতীয় বাহিনী ২·৫ গুণ বঢ়োৱা হ'ব; এইটোও পৰিকল্পনা কৰা হৈছে যে বিশেষ ধৰণৰ প্লাষ্টিক আৰু নতুন পলিমেৰিক সামগ্ৰীৰ উৎপাদন বঢ়োৱা হ'ব আৰু বায়'টেক্‌নলজিকেল উৎপাদন তিনি গুণ বৃদ্ধি কৰা হ'ব।

**ৰোমানিয়া সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ** ১৯৮৬-১৯৯০ চন সময়চোৱাৰ সামাজিক আৰু অৰ্থনৈতিক বিকাশৰ পৰিকল্পনাই ইলেকট্ৰনিক উদ্যোগৰ উৎপাদন শতকৰা ১১০ ভাগ আৰু সূক্ষ্মযান্ত্ৰিক সামগ্ৰী, আলোক সম্পৰ্কীয়, হাইড্ৰলিক আৰু নিউমেটিক যন্ত্ৰ শতকৰা ৭৩ ভাগ বঢ়াবলৈ স্থিৰ কৰিছে লগতে সাধাৰণভাৱে ঔদ্যোগিক উৎপাদন শতকৰা ৪৩·৩—৪৯ ভাগ আৰু যান্ত্ৰিক ইঞ্জিনিয়াৰিঙৰ উৎপাদন শতকৰা ৬৩ ভাগ বৃদ্ধি হব।

**ছোভিয়েত ইউনিয়নত** জাতীয় অৰ্থনীতিৰ পুনৰ গঠন কৰা হ'ব প্ৰধানকৈ উচ্চ কাৰিকৰী খণ্ড আৰু উদ্যোগৰ আৰু বেছি দ্ৰুত বিকাশৰ যোগেদি। এইটো হ'ল বৈজ্ঞানিক আৰু প্ৰযুক্তিগত বিপ্লৱৰ সাফল্যসমূহ ব্যৱহাৰ কৰাৰ সকলোতকৈ বেচি গুৰুত্বপূৰ্ণ হাঠিয়াৰ, যিটো দেশৰ সামাজিক আৰু অৰ্থ নৈতিক বিকাশ দ্ৰুততৰ কৰা কৌশলৰ কাৰণে চূড়ান্ত গুৰুত্বপূৰ্ণ। ১৯৮৬ আৰু ১৯৯০ চনৰ মাজত এইটো পৰিকল্পনা কৰা হৈছে যে যান্ত্ৰিক ইঞ্জিনিয়াৰিঙৰ উৎপাদন অগ্ৰাধিকাৰ হাৰত (সাধাৰণভাৱে ঔদ্যোগিক উৎপাদনৰ শতকৰা ২৫ হাৰৰ তুলনাত শতকৰা ৪৩ ভাগ) বাঢ়িব, যন্ত্ৰ আহিলা, আহিলাপাতি, কৃমপিউটাৰ, লগে লগে ইলেকট্ৰনিক আৰু বৈদ্যুতিক সা-সুবিধাৰ বৃদ্ধিৰ হাৰ সমগ্ৰ যন্ত্ৰ নিৰ্মাণ শিল্পৰ তুলনাত শতকৰা ৩০ৰ পৰা ৬০ ভাগ বেছি। কৃমপিউটাৰ সা-সুবিধাৰ উৎপাদন বাঢ়িব শতকৰা ১৪০ ভাগ, ঔদ্যোগিক ৰবট দুগুণ, নমনীয় স্বয়ংক্ৰিয় প্ৰণালী তিনিগুণ আৰু মাইক্ৰপ্ৰচেচৰ ১০ গুণ বাঢ়িব। এইটো পৰিকল্পনা কৰা হৈছে যে উন্নত মৌলিক প্ৰযুক্তি বিস্তাৰ প্ৰয়োগ শতকৰা ৫০ৰ পৰা ১০০ ভাগ সম্প্ৰসাৰিত হ'ব, মিশ্ৰিতবিলাককে ধৰি আধুনিক নিৰ্মাণ সামগ্ৰীৰ উৎপাদন বহু পৰিমাণে বঢ়োৱা হ'ব (১০ৰপৰা ২০ গুণ), আনহাতে পৰম্পৰা গত সামগ্ৰীৰ উৎপাদন বাঢ়িব শতকৰা কেৱল ৭ ভাগ।

**চেকোশ্লোভাকিয়াত,** ১৯৮৬-১৯৯০ ৰ সময় ছোৱাত যান্ত্ৰিক ইঞ্জিনিয়াৰিঙৰ উৎপাদন শতকৰা ৩০ ভাগ বঢ়াৰ লৈতে, পাৰমাণবিক শক্তি উদ্যোগৰ সুবিধা, শক্তি আৰু সম্পদ ৰাহী কৰা কাৰিকৰী জ্ঞান, ৰবট, নিম্ন ওজনৰ ৰসায়নিক শিল্পৰ কাৰণে যন্ত্ৰপাতি আৰু ইলেকট্ৰনিক উৎপাদন দুগুণ কৰাৰ পৰিকল্পনা কৰা হৈছে। পাৰমাণবিক শক্তি উদ্যোগ এক দ্ৰুততৰ হাৰত বিকাশ লাভ কৰিব আৰু ১৯৯০ চন পৰ্য্যন্ত মুঠ বিদ্যুৎ শক্তি উৎপাদনৰ শতকৰা ৩৫ ভাগ আৰু ২০০০ চন পৰ্য্যন্ত কমেও শতকৰা ৫০ ভাগ উৎপাদন কৰিব।

# বৈজ্ঞানিক আৰু প্ৰযুক্তিগত প্ৰগতিৰ কাৰণে সামগ্ৰিক কাৰ্য্যসূচী

উচ্চ কাৰিকৰীথও আৰু উদ্যোগ বিকাশ কৰোতে সমাজতান্ত্ৰিক দেশবোৰে আৰম্ভণিৰ পৰাই পাৰস্পৰিক সহযোগৰ প্ৰতি এক বিশেষ ভূমিকা নিৰ্দিষ্ট কৰিছিল। সিবিলাকে অৰ্থনীতিৰ পুনৰগঠনক উৎপাদনত আৰু গৱেষণা আৰু বিকাশ দুয়োটাতে অথণ্ডিকৰণ গভীৰতৰ কৰাৰ লগত সংযোগ কৰিছিল। সেইকাৰণে, ছি এম ই এ সদস্য দেশবোৰৰ বৈজ্ঞানিক আৰু প্ৰযুক্তি জ্ঞানৰ বিকাশৰ ২০০০ চন পৰ্য্যন্ত সামগ্ৰিক কাৰ্য্যসূচীয়ে প্ৰধান গুৰুত্ব লাভ কৰিছে। ১৯৮৬ চনৰ ডিচেম্বৰত ছি এম ইএৰ ৪১ তম বিশেষ অধিবেশনত গৃহীত কাৰ্য্যসূচীথনে সহযোগৰ প্ৰগতিশীল পুনৰগঠনত সহায় কৰিব অৰ্থাৎ মধ্যাকৰ্ষ বিন্দু বৈদেশিক বাণিজ্যৰপৰা উৎপাদন আৰু বৈজ্ঞানিক কাৰিকৰী সহযোগলৈ স্থানান্তৰিত কৰা।

সামগ্ৰিক কাৰ্য্যসূচীথনে উৎপাদিকা শক্তিসমূহৰ বিকাশত বিপ্লৱী পৰিবৰ্ত্তনৰ কাৰণে শক্তি আৰু উপায় কেন্দ্ৰীভূত কৰাৰ নিৰ্দ্দিষ্ট পথ সূচায়িত কৰিলে : (১) ইলেক-ট্ৰনিক্‌ছক জাতীয় অৰ্থনীতিৰ ভিত্তি কৰা ; (২) সামগ্ৰিক স্বয়ংক্ৰিয়তা, (৩) পাৰমাণ-বিক শক্তি উদ্যোগৰ বিকাশ ; (৪) নতুন বস্তুৰ উৎপাদন আৰু শোধন ;( ৫) বায়'টেক্‌-নলজীৰ বিকাশ। কাৰ্য্যসূচীথনে এই পাঁচোটা অগ্ৰাধিকাৰ ক্ষেত্ৰত ৯৪টা নিৰ্দিষ্ট সমস্যাৰ ওপৰত গৱেষণা চলোৱাৰ ব্যৱস্থা কৰিছে। ইয়াৰ আধাতকৈ বেছি প্ৰথম তিনি বছৰত সমাধান কৰিব লাগিব, আৰু ফলস্বৰূপে লাভ কৰা নতুন উৎপাদিত বস্তু আৰু কাৰিকৰী জ্ঞান উৎপাদনত প্ৰয়োগ কৰিব লাগিব। ইয়াৰ অৰ্থ হ'ল অৰ্থনীতিত গুৰুতৰ কাঠামোৰ পৰিবৰ্ত্তনলৈ গোনপটীয়াভাৱে লৈ যোৱা সমগ্ৰ শিল্পৰ পুনৰগঠন।

জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰত, মাইক্ৰ ইলেকট্ৰনিক সা-সুবিধাৰ ব্যাপক সূচনাৰ ভিত্তিত প্ৰচলিত কাৰিকৰী জ্ঞানক বহু পৰিমাণে আধুনিককৰণৰ পৰিকল্পনা কৰা হৈছে। উদাহৰণস্বৰূপে ১৯৯০ চন পৰ্য্যন্ত মাইক্ৰইলেকট্ৰনিক ব্যৱহাৰ দ্বাৰা সজ্জিত যান্ত্ৰিক আহিলাৰ অংশে দেশৰ যান্ত্ৰিক আহিলাসমূহৰ অতি কমেও ৮০ শতাংশ হৱগৈ লাগিব। ৰসায়নিক শিল্পত এইটো বিচৰা হৈছে যে, চলিত পঞ্চবাৰ্ষিক পৰিকল্পনাৰ সময়ছোৱাত উচ্চ শোধনৰ তৈল সামগ্ৰীৰ উৎপাদন শতকৰা ৩৫ৰপৰা ৪০ ভাগ বৃদ্ধি কৰা আৰু লঘুতেলৰ অংশ মুঠ শোধিত তেল উৎপাদনৰ ১৯৮৫ চনৰ

শতকৰা ৬২'৯ ভাগৰপৰা ১৯৯০ চনত শতকৰা ৭০ ভাগলৈ বৃদ্ধি কৰা যিটো বিশ্বৰ উচ্চতম সংখ্যাবোৰৰ ভিতৰত।

**পোলেণ্ডত,** ইলেকট্ৰনিক সা-সুবিধা, মাইক্ৰপ্ৰছেছৰছ আৰু আগবঢ়া কাৰিকৰী জ্ঞানৰ প্ৰয়োগ আৰম্ভ কৰাৰ ফলস্বৰূপে, ১৯৮৫ চন আৰু ১৯৯০ চনৰ ভিতৰত বেছি শক্তি ব্যৱহৃত হোৱা কিছুমান শিল্পত বিদ্যুৎ শক্তিৰ ব্যৱহাৰ শতকৰা ১৫-২০ ভাগ কমিব।

**ৰোমানিয়াত,** মুঠ উৎপাদনত যন্ত্ৰীকৃত, স্বয়ংক্ৰিয় আৰু ৰবটৰ সহযোগী উৎপাদনৰ অংশ ১৯৮৪ চনৰ শতকৰা ৭০ ভাগৰপৰা ১৯৯০ চনত শতকৰা ৯০ ভাগলৈ বৃদ্ধি কৰাৰ পৰিকল্পনা কৰা হৈছে।

**ছোভিয়েত ইউনিয়নত,** উৎপাদন স্বয়ংক্ৰিয়তাৰ স্তৰ ১৯৮৬ আৰু ১৯৯০ চনৰ মাজৰ সময়ছোৱাত দুগুণ কৰিবলৈ পৰিকল্পনা কৰা হৈছে। মাইক্ৰপ্ৰছেছৰকে ধৰি ইলেকট্ৰনিক নিয়ন্ত্ৰণ ব্যৱস্থাৰ দ্বাৰা সজ্জিত যন্ত্ৰ আৰু আহিলাৰ যন্ত্ৰ নিৰ্মাণ উদ্যোগৰ মুঠ উৎপাদনৰ ১৯৮৫ চনৰ শতকৰা ৫ ভাগৰপৰা ১৯৯০ চনত শতকৰা ২৭-৩২ ভাগলৈ বৃদ্ধি পাব, আৰু আটাইতকৈ বেছি গুৰুত্বপূৰ্ণ ধৰণবোৰ শতকৰা ৭০ ভাগ পৰ্যন্ত বৃদ্ধি হ'ব।

কাৰিকৰী প্ৰগতি দ্ৰুতগতিত লো আৰু তীখা উদ্যোগত প্ৰৱেশ কৰিছে। অক্সিজেন কনভাৰ্টাৰ আৰু ইলেকট্ৰিকেল স্মেলটিং পদ্ধতিৰ দ্বাৰা তীখা উৎপাদন আৰু গুড়ি ধাতু বিজ্ঞান দ্ৰুততৰ গতিত আগবাঢ়িছে ; মুঠ তীখা উৎপাদনত উচ্চ শ্ৰেণীৰ তীখাৰ অংশ বাঢ়িব লাগিছে আৰু বেছি মিতব্যয়ী মেৰোৱা আকাৰ উৎপাদন কৰা হৈছে।

**বুলগেৰিয়াত,** চলিত পঞ্চবাৰ্ষিক পৰিকল্পনাৰ সময়ত ধাৰাবাহিক কাষ্টিং প্ৰক্ৰিয়াৰ দ্বাৰা তীখা উৎপাদন ৩.৫ গুণ বাঢ়িব। উচ্চ শ্ৰেণীৰ আৰু বিশেষ তীখাৰ উৎপাদন মুঠ তীখা উৎপাদনৰ শতকৰা ৪০ ভাগ আৰু তাপ শোধিত আৰু যন্ত্ৰীকৃত লৌহ ধাতুৰ উৎপাদন শতকৰা ২০ ভাগ হবগৈ। নিবিড় আৰু নেতিবাচক সহনশীলতাৰ সৈতে আৰু নতুন ধৰণৰ ধাতু আৰু অধাতু চামনিৰ সৈতে ধাতুৰ উৎপাদনো বাঢ়িব।

**জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰত,** ১৯৯০ চন পৰ্য্যন্ত উচ্চ শ্ৰেণীৰ তীখাৰ মুঠ লো আৰু তীখা উৎপাদন ১৯৮৫ চনৰ শতকৰা ৮০ ভাগৰ সলনি শতকৰা প্ৰায় ৯০ ভাগ পাবগৈ।

**ছোভিয়েত ইউনিয়নত,** ১৯৮৬ আৰু ১৯৯০ চনৰ ভিতৰত অতি কমেও ৫০০ বিধ নতুন মেৰোৱা আকাৰ উৎপাদনত ব্যৱহাৰ কৰা হ'ব, কনভাৰ্টাৰ আৰু বৈদ্যুতিক তীখাৰ উৎপন্ন শতকৰা ৩০-৪০ ভাগ বাঢ়িব, ধাতু গুড়িৰ তিনি গুণতকৈ বেছি আৰু ধাৰাবাহিক কাষ্টিং পদ্ধতিৰ দ্বাৰা তীখা উৎপাদন শতকৰা ১৩০ ভাগ বাঢ়িব।

**চেকোশ্লোভাকিয়াত,** ১৯৮৬ আৰু ১৯৯০ চনৰ মাজৰ সময়ছোৱাত মুঠ লো আৰু তীখাৰ উৎপাদন শতকৰা প্ৰায় ১০ ভাগ কমিব; একে সময়তে উচ্চ শ্ৰেণীৰ তীখাৰ উৎপাদন শতকৰা ২০ ভাগ বাঢ়িব আৰু মেৰোৱা উৎপন্নৰ বিন্যাস উল্লেখ যোগ্যভাৱে বাঢ়িব। দীৰ্ঘকালত, ২০০০ চন পৰ্য্যন্ত সমগ্ৰ ধাতুশিল্প গাঁথনি আৰু ধাতু ব্যৱহাৰ কৰা শিল্পসমূহ আৰু সকলোৰে ওপৰত যান্ত্ৰিক ইঞ্জিনিয়াৰিঙৰ পুনৰগঠনৰ ফলত জাতীয় আয়ৰ প্ৰতি এককত লৌহ আৰু অলৌহ ধাতুৰ ব্যৱহাৰ শতকৰা ৪০-৫০ ভাগ কমাবলৈ পৰিকল্পনা কৰা হৈছে।

সকলো অৰ্থনৈতিক খণ্ডতে গঠনৰ পৰিৱৰ্ত্তনে ছি এম ই এ দেশবোৰৰ জাতীয় অৰ্থনীতিক গুণগতভাৱে এটা নতুন স্তৰলৈ তোলাটো সম্ভৱ কৰি তুলিব, যিটো চৰিত্ৰায়িত হ'ব উচ্চ গুণ আৰু নিৰ্ভৰশীলতা, কেচাঁমাল শোধনৰ উচ্চমান আৰু উৎপন্নৰ প্ৰতি এককত নিম্নশক্তি আৰু সম্পদ ব্যৱহাৰৰ দ্বাৰা।

নতুন কাৰিকৰী বিদ্যাৰ সূচনাই ছি এম ই এ দেশবোৰক উৎপাদন প্ৰক্ৰিয়া বিকাশ কৰিবলৈ আৰু কামক বেছি সৃজনীশীল কৰাত সহায় কৰিব। উদাহৰণস্বৰূপে, ১৯৮৬ আৰু ১৯৯০ চনৰ মাজৰ সময়ছোৱাত জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰই কম্পিউটাৰেৰে কৰা কামৰ সংখ্যা ১১,২০০ ৰপৰা ৮৫,০০০-৯০০০০ লৈ বৃদ্ধি কৰিব, উৎপাদনকাৰী শিল্পত শ্ৰম উৎপাদন ক্ষমতা প্ৰায় পাঁচ গুণ বৃদ্ধি কৰিব; ৪০০০০-৪৫০০০০ শ্ৰমিকক কঠিন কামৰপৰা অব্যাহতি দিয়া হ'ব। ২০০০ চন পৰ্য্যন্ত ছোভিয়েত ইউনিয়নে উৎপাদনত শাৰীৰিক কামৰ অংশ শতকৰা ১৫-২০ ভাগলৈ কমাব।

বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাত বিপ্লৱী পৰিৱৰ্ত্তন ছি এম ই এৰ ইউৰোপীয় অৰ্থনৈতিক গোষ্ঠী বা উমৈহতীয়া বজাৰৰ লগত সম্পৰ্ক পুনৰগঠন কৰাৰ কাৰণে অতি গুৰুত্বপূৰ্ণ। ইলেকট্ৰনিকচৰ বিকাশ, নতুন সামগ্ৰী আৰু নতুন সম্পদৰাহীকাৰক কাৰিকৰী জ্ঞান, শক্তি ইঞ্জিনিয়াৰিং ৰবটবিজ্ঞান, মহাকাশকাৰিকৰী জ্ঞান, জোখমাপ যন্ত্ৰৰ এটা নতুন পুৰুষ, মৌলিকভাৱে নতুন ধৰণৰ যোগাযোগ আৰু বায়টেকনলজীৰ আৱিৰ্ভাৱে উৎপাদন, পৰিচালনা আৰু যোগাযোগৰ ক্ষেত্ৰত বিপ্লৱ সাধন কৰিছে আৰু সকলো মানুহৰ জীৱন উন্নত কৰাৰ কাৰণে নতুন সুবিধা মুকলি কৰিছে। প্ৰধানতঃ সিবিলাকৰ জাতীয় অৰ্থনীতিৰ এই উচ্চ কাৰিকৰী খণ্ডত ছি এম ই এ আৰু ই ই চিয়ে সহযোগ কৰিবলৈ আৰম্ভ কৰিছে। আনকি, যদিও প্ৰতিক্ৰিয়াশীল পশ্চিমীয়া চক্ৰসমূহে ছি এম ই এ দেশবোৰলৈ "দুই ধৰণৰ ব্যৱহাৰৰ" কাৰিকৰীজ্ঞানৰ (যিবিলাক কাৰিকৰীজ্ঞান সামৰিক উদ্দেশ্যত ব্যৱহাৰ কৰিব পাৰি) ৰপ্তানি বহু-পৰিমাণে সীমাবদ্ধ কৰিবলৈ চেষ্টা কৰিছে, বিশ্বৰ দুটা সৰ্ববৃহৎ অৰ্থনৈতিক সংস্থাৰ আৰু সিহঁতৰ সদস্য দেশবোৰৰ মাজত যোগাযোগ সম্প্ৰসাৰিত হৈছে।

সিবিলাকৰ অৰ্থনৈতিক আৰু কাৰিকৰী শক্তি বৃদ্ধি কৰোতে ছি এম ই এ দেশবোৰে বিজ্ঞান আৰু কাৰিকৰী ক্ষেত্ৰত ই ই ছি দেশবোৰৰ লগত সম্পৰ্ক ছেদ কৰিবলৈ মুঠেই নিবিচাৰে, যিক্ষেত্ৰত বিনিময় আৰু যোগাযোগ অনিবাৰ্য। ১৯৮৭ চনৰ অক্টোবৰত বহা ছি এম ই এৰ ৪৩তম অধিবেশনে দেখুৱাব দৰে, সমাজতন্ত্ৰ পশ্চিমীয়া পুঁজিবাদী দেশবোৰৰ লগত ন্যায়সঙ্গত বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ সহযোগৰ প্ৰতি আগ্ৰহী। সমাজতন্ত্ৰ আগবঢ়া প্ৰযুক্তিজ্ঞানৰ পাৰস্পৰিক লাভৰ পক্ষে। ইয়াৰ সাক্ষী হৈছে ছি এম ই এ আৰু পুঁজিবাদী দেশবোৰে প্ৰতিষ্ঠা কৰা যুটীয়া উদ্যোগৰ সংখ্যাৰ দৃঢ়ভাবে বৃদ্ধি আৰু শক্তি ইঞ্জিনিয়াৰিং, পাৰিপাৰ্শ্বিকতা ৰক্ষা, সেৱাৰ ক্ষেত্ৰ আৰু আন বহুতো ক্ষেত্ৰত তেওঁলোকৰ সহযোগ। ছি এম ই এ আৰু ই ই ছিৰ সম্পৰ্কই যি ৰূপকেই লওক, সেইবোৰৰ মৌলিক লক্ষ্য হৈছে এই ক্ষেত্ৰসমূহত ইউৰোপীয় সহযোগ বৃদ্ধি কৰা। ছি এম ই এ সদস্যবোৰৰ বৈজ্ঞানিক আৰু কাৰিকৰী প্ৰগতিৰ সামগ্ৰিক কাৰ্যসূচী আৰু পশ্চিম ইউৰোপীয় ইউৰেকা কাৰ্যসূচীৰ কাঠামোৰ ভিতৰত পাৰস্পৰিক মঙ্গলজনক সহযোগ অতি উজ্জ্বল যেন দেখা গৈছে।

## পেৰেস্ত্ৰইকাৰ গঠন প্ৰণালী

জাৰ্মানীৰ ছচিয়েলিষ্ট ইউনিটি পাৰ্টিৰ একাদশ কংগ্ৰেছত যুটীয়া দ্ৰুততৰকৰণ কৌশলৰ ওপৰত কওঁতে মিখাইল গৰ্বাচভে আঙুলিয়াই দিছিল: "এই সকলোবোৰৰ মানে হ'ল আমাৰ সহযোগৰ কাৰণে এটা নতুন অৰ্থনৈতিক পদ্ধতি। আমি সাহসী পৰীক্ষা হাতত লোৱা, আমোলাতান্ত্ৰিক আৰু বিভাগীয় বাধা ভাঙি পেলোৱা, আৰু আওপুৰণি, গতানুগতিক চিন্তাধাৰা আৰু কিছুমান অৰ্থনৈতিক পৰিচালকে সহযোগৰ গুৰুত্ব আৰু দক্ষতা কমাই দেখাটো পৰিত্যাগ কৰা প্ৰয়োজন হ'ব?"*

এই কথাখিনিয়ে ইউৰোপীয় ছি এম ই এ দেশবোৰত জাতীয় অৰ্থনীতি উন্নতকৰাৰ প্ৰক্ৰিয়াৰ ভিতৰত উদ্ভৱ হোৱা সাধাৰণ ধাৰাক প্ৰতিফলিত কৰে। সকলো ছি এম ই এ দেশত জাতীয় অৰ্থনীতিক ভাৰসাম্য কৰাটোৱে অগ্ৰাধিকাৰ লাভ কৰিছে; বহুতেই পশ্চিমৰ ওচৰত তেওঁলোকৰ ঋণ পৰিশোধ কৰাত উদ্বিগ্ন। এইটো যুক্তিসঙ্গত যে ছি এম ই এ দেশবোৰৰ এই সমস্যাবোৰ সমাধানৰ নিৰ্দিষ্ট পদ্ধতিবোৰ বিভিন্নধৰণৰ কাৰণ সিবিলাকৰ অৰ্থনৈতিক বিকাশৰ স্তৰ, সম্পদৰ প্ৰাপ্তি, আন্তৰ্জাতিক শ্ৰম বিভাজন আৰু বৈদেশিক অৰ্থনৈতিক যোগাযোগত অংশ গ্ৰহণৰ পৰিমাণ,

* মিখাইল গৰ্বাচভ, জাৰ্মানীৰ ছচিয়েলিষ্ট ইউনিটি পাৰ্টিৰ একাদশ কংগ্ৰেছত দিয়া বক্তৃতা, নভষ্টি প্ৰেছ এজেন্সী পাবলিচিং হাউচ, মস্কো, ১৯৮৬, পৃঃ ৯।

অৰ্থনৈতিক পৰিচালনাৰ অভিজ্ঞতা আৰু নতুন সামাজিক আৰু অৰ্থনৈতিক বিকাশৰ ধাৰণা বিভিন্ন ধৰণৰ।

সমাজতান্ত্ৰিক দেশবোৰত চলি থকা সংস্কাৰ আৰু সেইবিলাকৰ অৰ্থনৈতিক পৰিচালনাৰ পদ্ধতি উন্নত কৰাৰ পথৰ এক বিশাদ বিশ্লেষণ কৰাৰ কাম হাতত নোলোৱাকৈ, লিখক সকলে কেইটামান প্ৰয়োজনীয় দিশৰ আলোচনা কৰিব।

প্ৰথম আৰু প্ৰধান সমস্যা হ'ল অৰ্থনৈতিক পৰিকল্পনা। কেন্দ্ৰীভূত অৰ্থনৈতিক পৰিকল্পনা সমাজতন্ত্ৰৰ লবাব নোৱাৰা ভিত্তি আছিল আৰু হৈ আছে। প্ৰত্যেক দেশৰে তাৰ নিজৰ পৰিকল্পনা কাৰ্যৰ অনুপাত আৰু অৰ্থনৈতিক হাঠিয়াৰ' আছে; সেইবোৰৰ অৰ্থনৈতিক পৰিকল্পনা কাৰ্যকৰী কৰাৰ আৰু জাতীয় অৰ্থনীতিৰ মূল অৰ্থনৈতিক সংযোগবোৰ প্ৰভাৱান্বিত কৰাৰ পদ্ধতি বেলেগ বেলেগ। জাতীয় অৰ্থনৈতিক পৰিচালনাৰ সাংগঠনিক কাঠামোও বেলেগ বেলেগ। কিন্তু যিটো কথা সকলোতকৈ গুৰুত্বপূৰ্ণ সেইটো হ'ল সকলো ছি এম ই এ দেশতে, আনৰ লগত পৃথক-ভাৱে, ধৰক উমৈহতীয়া বজাৰ দেশবোৰৰ লগত, সামাজিক আৰু অৰ্থনৈতিক বিকাশৰ ধাৰণা, দীৰ্ঘম্যাদী, মধ্যম সময়ৰ আৰু চলিত পৰিকল্পনা আৰু ওপৰৰ পৰা তললৈ অৰ্থনৈতিক সংগঠনবোৰৰ কাৰ্যকলাপ নিয়ন্ত্ৰণৰ পদ্ধতি কেন্দ্ৰীভূতভাৱে উচ্চ ৰাষ্ট্ৰীয় স্তৰত তৈয়াৰ কৰা হয়। সকলো সমাজতান্ত্ৰিক দেশতে ৰাষ্ট্ৰীয় পৰিকল্পনা সংগঠনবোৰ সকলোতকৈ গুৰুত্বপূৰ্ণ অৰ্থনৈতিক কেন্দ্ৰ।

সকলো সমাজতান্ত্ৰিক দেশতে জাতীয় অৰ্থনৈতিক পৰিকল্পনা হ'ল অৰ্থনৈতিক পদ্ধতিৰ কেন্দ্ৰবিন্দু। দাম, সুত আৰু ঋণ আদিৰ নিচিনা পণ্য-ধন আহিলাৰ ব্যাপক ব্যৱহাৰ সেইবিলাকৰ জাতীয় অৰ্থনীতিৰ বিকাশৰ এটা চৰিত্ৰগত দিশ্।

পুনৰগঠন সমাজতান্ত্ৰিক পৰিকল্পনা তৈয়াৰ কৰাতো হয় নে? অৱশ্যেই, ই হয়।

প্ৰায়বিলাক দেশতে, পৰিকল্পনাৰ প্ৰস্তুতি আৰু তৈয়াৰীৰ স্তৰত এটা বেচি সম্পূৰ্ণ অৰ্থনৈতিক আৰু বাণিজ্যিক দৃষ্টিভঙ্গীৰ জৰীয়তে ইয়াক উন্নত কৰিব লাগিব: সামাজিক আৰু অৰ্থনৈতিক ফলাফলবোৰ বিশ্লেষণ কৰা হয়, বিত্তীয় আৰু অৰ্থনৈতিক সিদ্ধান্তবোৰ বিত্তীয় আৰু অৰ্থনৈতিক দৃষ্টিভঙ্গীৰ পৰা বেচি ভালকৈ প্ৰমাণিত কৰা হয়; অৰ্থনৈতিক হাৰ, দাম আৰু সম্পদৰ কাৰণে অৰ্থপ্ৰদান আৰু বেচি সঠিকভাৱে নিয়ন্ত্ৰণ কৰা হয়।

অৰ্থনৈতিক নীতিৰ ৰণনীতি আৰু কৌশলগত লক্ষ্যবোৰ এটা পৰিকল্পনা ব্যৱস্থাত সংহৃত কৰা হয় যি সাম্ৰিব লয় পূৰ্বানুমান, লক্ষ্যনিৰ্ধাৰিত কাৰ্যসূচী, দীৰ্ঘম্যাদী (১০ বছৰ বা বেছিৰ কাৰণে), পাঁচ বছৰীয়া আৰু চলিত (এবছৰ আৰু দুবছৰ) পৰিকল্পনা। প্ৰায়বোৰ দেশতে ওপৰৰ পৰা দীৰ্ঘম্যাদী পৰিকল্পনা নাই। দীৰ্ঘম্যাদী পৰিকল্পনাৰ

কামবোৰ কৰা হয় জাতীয়, দ্বিপক্ষীয় আৰু বহুপক্ষীয় সামগ্ৰিক কাৰ্যসূচী আৰু সৰ্বোচ্চ পাৰ্টি আৰু ৰাষ্ট্ৰীয় সংগঠনবোৰে অনুমোদন কৰা ১৯৯০ চন পৰ্যন্ত মৌলিক নিৰ্দেশাৱলীৰ দ্বাৰা। বৰ্তমানে, সমাজতান্ত্ৰিক দেশবোৰে ২০০৫ চন পৰ্যন্ত প্ৰাসঙ্গিক দলিলসমূহৰ তৈয়াৰী সম্পূৰ্ণ কৰিব ধৰিছে।

আন কথাত, ছি এম ই এ দেশবোৰে কেন্দ্ৰীভূত পৰিকল্পনা ত্যাগ কৰা নাই। সিবিলাকে কৰিবলৈ বিচৰাটো হ'ল ৰাষ্ট্ৰীয় অৰ্থনৈতিক পৰিকল্পনা আৰু তেওঁলোকৰ জাতীয় অৰ্থনীতিৰ একক সংযোগবোৰৰ অৰ্থনৈতিক স্বাধীনতাৰ হাৰ, পৰিকল্পিত বিকাশ আৰু পণ্য-ধন সম্পৰ্কৰ হাৰ গভীৰভাৱে বিশ্লেষণ কৰা। সেইবোৰৰ এটা একক অৰ্থনৈতিক পৰিকল্পনা ব্যৱস্থাত দ্বন্দ্বমূলক ঐক্য আৰু সংহতিৰ তত্ত্ব আৰু ব্যৱহাৰৰ প্ৰতি বহুপৰিমাণে বৰঙনি যোগালে ছি পি এছ ইউৰ কেন্দ্ৰীয় কমিটিৰ ১৯৮৭ চনৰ জুনৰ পূৰ্ণাঙ্গ সভায়।

পূৰ্ণাঙ্গ সভাই শ্ৰমজীৱী মানুহৰ শ্ৰম উৎসাহ আৰু প্ৰতিষ্ঠানবোৰৰ স্বাধীনতাৰ ওপৰত ভিত্তি কৰি কেন্দ্ৰীকৰণৰ এটা নতুন ধাৰণা সৃষ্টি কৰিলে অৰ্থাৎ লেনিনে বুজাৰ দৰে প্ৰকৃত গণতান্ত্ৰিক কেন্দ্ৰীকৰণ যাৰ সকলো আৰু প্ৰত্যেকটো কথাকে নিয়ন্ত্ৰণ কৰাৰ প্ৰচেষ্টাৰ দ্বাৰা কণ্টকিত কেন্দ্ৰীকৰণতকৈ বহু বেচি শক্তি আছে।

সাধাৰণভাৱে, ছি পি এছ ইউৰ কেন্দ্ৰীয় কমিটিৰ ১৯৮৭ চনৰ জুনৰ পূৰ্ণাঙ্গ অধিবেশনে সকলো স্তৰতে পৰিচালনাত প্ৰশাসনীয় পদ্ধতিৰ পৰা প্ৰায়েই অৰ্থনৈতিক পদ্ধতিলৈ আৰু পৰিচালনাৰ ব্যাপক গণতন্ত্ৰীকৰণলৈ পৰিৱৰ্তনৰ এক দৃঢ় কাৰ্যসূচীৰ খচৰা কৰিলে।

## মূলতঃ পৰিৱৰ্তনৰ মানে হ'ল তলৰ কথাবোৰ

১। সংস্থা আৰু প্ৰতিষ্ঠানবোৰৰ স্বাধীনতা যথেষ্ট পৰিমাণে সম্প্ৰসাৰণ, সেইবোৰৰ পূৰ্ণ অৰ্থনৈতিক খৰচৰ হিচাপ আৰু স্ব-অৰ্থযোগানলৈ পৰিৱৰ্তন, উচ্চ চূড়ান্ত ফলাফলৰ কাৰণে বৰ্দ্ধিত দায়িত্ব, গ্ৰাহকসকলৰ আগত দায়বদ্ধতাৰ পূৰণ, শ্ৰমসমূহবোৰৰ আয়ৰ স্তৰ আৰু তাৰ উৎপাদন দক্ষতাৰ মাজত পোনপটীয়া নিৰ্ভৰশীলতা স্থাপন, আৰু উৎপাদনৰ ক্ষেত্ৰত সামূহিক অধিকাৰ ব্যাপক হাৰত বিকাশ।

২। কেন্দ্ৰীভূত পৰিকল্পনা তৈয়াৰ আৰু অৰ্থনৈতিক পৰিচালনাৰ পদ্ধতিৰ আমূল পুনৰগঠন, ইয়াৰ গুণগত স্তৰ উচ্চতৰ কৰা, মৌলিক দিশত প্ৰচেষ্টা কেন্দ্ৰীভূত কৰা যি সামগ্ৰিক ভাৱে জাতীয় অৰ্থনীতিৰ কৌশল, গুণ, হাৰ অনুপাত আৰু ভাৰসাম্য নিৰ্ণয় কৰে আৰু লগে লগে তলৰ অৰ্থনৈতিক সংস্থা বোৰৰ দৈনন্দিন কামকাজত কেন্দ্ৰীয় সংস্থাৰ হস্তক্ষেপ বন্ধ কৰা।

৩। দামৰ গঠন আৰু বিত্তীয় আৰু ঋণ পদ্ধতিৰ ডাঙৰ সংস্কাৰ, উৎপাদনৰ আহিলা পাতিত পাইকাৰী ব্যৱসায়লৈ সলনি আৰু বৈদেশিক অৰ্থনৈতিক যোগাযোগৰ পৰিচালনা ব্যৱস্থাৰ পুনৰ গঠন।

৪। গভীৰতৰ বিশেষীকৰণ আৰু বেছি নিৰ্ভৰশীল সহযোগ নিশ্চিত কৰা, নতুন সাংগঠনিক কাঠামো প্ৰতিষ্ঠা কৰা আৰু যিটো বেচি গুৰুত্বপূৰ্ণ বিজ্ঞানৰ সাফল্য উৎপাদনত পোনপটীয়া ব্যৱহাৰ আৰু এই ভিত্তিত বিশ্ব গুণগত মানদণ্ডলৈ আগবঢ়া।

৫। অতিবেছি পৰিমাণৰ কেন্দ্ৰীভূত, আদেশৰ ধৰণৰ পৰিচালনাৰ পৰা গণতান্ত্ৰিক পৰিচালনালৈ পৰিবৰ্ত্তন কৰা, স্বায়ত্ত-শাসনৰ বিকাশ, মানুহৰ কাৰ্য্যকলাপ বলিষ্ঠ কৰিবলৈ আৰু পাৰ্টি, ছোভিয়েত আৰু অৰ্থনৈতিক সংস্থাসমূহৰ কামকাজৰ মাজত পৰিষ্কাৰ বিভাজনৰ কাৰণে পদ্ধতিৰ সৃষ্টি কৰা।

## যুটীয়া উদ্যোগ

ছি এম ই এ দেশবোৰৰ বৈদেশিক অৰ্থনৈতিক সম্পৰ্কৰ কাৰণে অৰ্থনৈতিক পৰিচালনাৰ আমূল সংস্কাৰে বিশেষ তাৎপৰ্য্য গ্ৰহণ কৰিছে। বিশেষভাৱে, উৎপাদন আৰু বৈজ্ঞানিক আৰু কাৰিকৰী সহযোগৰ কাৰণে আৰু উৎপাদনত পোনপটীয়া যোগাযোগৰ কাৰণে অনুকূল পৰিস্থিতিৰ সৃষ্টি হব ধৰিছে। উদাহৰণস্বৰূপে, আজি প্ৰায় ৩০০ ছোভিয়েত প্ৰতিষ্ঠানৰ এনেকুৱা যোগাযোগ আছে। তথাপিও, এতিয়ালৈকে এই যোগাযোগবোৰ প্ৰধানকৈ মন্ত্ৰণালয়ৰ দ্বাৰা প্ৰতিষ্ঠা কৰা হৈছিল, অৰ্থাৎ "ওপৰৰপৰা"। যন্ত্ৰপাতি আৰু কাৰিকৰীজ্ঞানত মুঠ উৎপাদনৰ ভিতৰত সমবায়ৰ উৎপাদন যোগানৰ অংশ কম হৈ আছে শতকৰা পাঁচ আৰু এঘাৰ ভাগৰ ভিতৰত।

ছোভিয়েত প্ৰতিষ্ঠান বোৰক তেওঁলোকৰ ছি এম ই এ অংশীদাৰ বোৰৰ লগত কাৰিকৰী দলিলৰ, পৰীক্ষাৰ নমুনা, যন্ত্ৰ, আহিলা আৰু সামগ্ৰীৰ পাৰস্পৰিক হস্তান্তৰৰ চুক্তি চহী কৰাকে ধৰি পোনপটীয়া উৎপাদন আৰু বৈজ্ঞানিক আৰু কাৰিকৰী সংযোগ বিকাশ কৰাৰ ব্যপক অধিকাৰ দিয়া হৈছে।*

এইদৰে, মৌলিক অৰ্থনৈতিক সংযোগৰ স্তৰত নিবিড় বৈজ্ঞানিক উৎপাদন সম্পৰ্ক বিকাশ কৰাৰ কাৰণে অৱস্থা নিশ্চিত কৰণ হব ধৰিছে।

* চাওক - ছি পি এচ ইউ আৰু ইউ এ এছ আৰৰ মন্ত্ৰীপৰিষদৰ প্ৰস্তাব "বৈদেশিক অৰ্থনৈতিক সংযোগ উন্নত কৰাৰ কাৰণে ব্যৱস্থাৰ ওপৰত" আৰু "সমাজতান্ত্ৰিক দেশবোৰৰ লগত অৰ্থ-নৈতিক, বৈজ্ঞানিক আৰু কাৰিকৰী সহযোগৰ পৰিচালনা উন্নত কৰাৰ কাৰণে ব্যৱস্থাৰ ওপৰত", ইকনমিচেস্কায়া গেজেটা, নং ৪, ১৯৮৭।

২০০০ চন পৰ্য্যন্ত ছি এম ই এ সদস্য দেশবোৰৰ বৈজ্ঞানিক আৰু কাৰিকৰী বিকাশৰ সামগ্ৰিক কাৰ্য্যসূচীত তুলি ধৰা সমস্যাবোৰৰ লগত জড়িত গৱেষণা প্ৰতিষ্ঠান আৰু আহি তৈয়াৰ কৰা ব্যুৰো বোৰৰ মাজত সংযোগ বহুপৰিমাণে গভীৰ কৰাৰ পৰিকল্পনা কৰা হৈছে। এনেকুৱা যোগাযোগে ক্ৰুতত্তৰৰণৰ কৌশল কাৰ্য্যকৰী কৰিবৰ কাৰণে সমাজতান্ত্ৰিক গোষ্ঠীৰ বৌদ্ধিক শক্তি বৃদ্ধি কৰে।

সকলো ছি এম ই.এ সদস্য দেশতে সহযোগৰ নতুন ৰূপৰ আৰু বেছি বিকাশৰ কাৰণে সাংগঠনিক, আইনগত আৰু অৰ্থনৈতিক পূৰ্বসৰ্তসমূহ সৃষ্টি কৰা হব ধৰিছে। উদাহৰণ স্বৰূপে, ১৯৮৬ চনৰ ১ জুলাইৰ পৰা চেকোশ্লোভাকিয়াত চেকোশ্লোভাক সংগঠন আৰু প্ৰতিষ্ঠানসমূহৰ আৰু আনদেশত সেইবিলাকৰ পৰিপূৰক বিলাকৰ মাজত পোনপটীয়া উৎপাদন সম্পৰ্ক স্থাপনৰ কাৰণে মৌলিক নিয়মাৱলী কাৰ্য্যকৰী কৰা হৈছে। এনেকুৱা সংযোগবোৰ পূৰ্ণ খৰচ হিচাপৰ নীতিৰ ওপৰত প্ৰতিষ্ঠিত হ'ব আৰু দেশৰ বৈদেশিক লেনদেনৰ ভাৰসাম্যত হস্তক্ষেপ নকৰিব, তথাপিও সেইবোৰৰ ফলাফলে সেই সম্পৰ্কীয় প্ৰতিষ্ঠান আৰু সংগঠনবোৰৰ মজুৰী পুঁজিত প্ৰভাৱ পেলাব।

ছি এম ই এ দেশবোৰে ইতিমধ্যেই সিবিলাকৰ প্ৰতিষ্ঠানবোৰৰ পোনপটীয়া উৎপাদন সহযোগৰ কিছু অভিজ্ঞতা লাভ কৰিছে। উদাহৰণ স্বৰূপে, যান্ত্ৰিক ইঞ্জিনিয়াৰিঙত বুলগেৰিয়াত যন্ত্ৰ তৈয়াৰ প্ৰতিষ্ঠান. বোৰৰ কেন্দ্ৰ আৰু ছোভিয়েত নগৰ ইভানোভোৰ মাজত, ওচেছোত গধুৰ মালতোলা ক্ৰেন তৈয়াৰ কৰা ছোভিয়েত সংস্থা আৰু গধুৰ মাল তোলা ক্ৰেনকে তৈয়াৰ কৰা পোলিচ লেবেডি কাৰখানাৰ জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰত ফ্ৰিংজ্ হেকাৰট্ যন্ত্ৰ-আহিলা তৈয়াৰ কৰা সংহত কাৰখানা আৰু চেকোশ্লোভাকিয়াৰ কুৰিমত জাতীয় ধাতু কটা যন্ত্ৰ-আহিলা কাৰখানাৰ মাজত, বুলগেৰিয়াত ধাতু কটা যন্ত্ৰ-আহিলা কাৰখানাৰ ৰাষ্ট্ৰীয় অৰ্থ নৈতিক সংস্থা আৰু জাৰ্মান গণতান্ত্ৰিক ৰিপাব্লিকত অক্টোবৰ ৭ সংহত কাৰাখানাৰ মাজত, ইত্যাদিত অত্যন্ত কাৰ্য্যকৰী সংযোগ প্ৰতিষ্ঠা কৰা হৈছে। ইয়াৰ কামকাজত পোনপটীয়া উৎপাদন সংযোগৰ কাৰ্য্যকৰী ব্যৱহাৰ কৰা আন্তৰ্জাতিক সংগঠনৰ এটা ভাল উদাহৰণ হ'ল বুলগেৰিয়া, হাঙ্গেৰী, জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ, পোলেণ্ড, ৰোমানিয়া, ইউ এছ এছ আৰ, চেকোশ্লোভাকিয়া আৰু যুগোশ্লাভিয়াৰ* চৰকাৰে প্ৰতিষ্ঠা কৰা ইন্টাৰইলেকট্ৰ। এই সংগঠনটো ইয়াৰ সদস্যবোৰলৈ মৌলিক ধৰণৰ বৈদ্যুতিক সামগ্ৰী যোগান ধৰাৰ লগত জড়িত।

সহযোগৰ আন্তৰ্জাতিক পদ্ধতিও আমূল পুনৰগঠনৰ ভিতৰত। আনুষ্ঠানিকতা,

* ছি এম ই এৰ সদস্যদেশ নোহোৱা কাৰণে যুগোশ্লাভিয়াই ১৯৬৪ চনৰ চুক্তিৰ ভিত্তিত ইয়াৰ সংগঠনবোৰত পাৰস্পৰিক স্বাৰ্থৰ বিষয়বোৰত অংশ গ্ৰহণ কৰিছে। —সঃ

আমোলাতান্ত্রিকতা, পলম সিদ্ধান্ত গ্রহণ, সম্পর্কৰ বিকাশ ৰাষ্ট্ৰীয় স্তৰত হোৱাৰ প্ৰাধান্য, আওপুৰণি সাংগঠনিক কাঠামো আৰু ছি এম ই এৰ কাঠামোৰ ভিতৰত সহযোগৰ চৰিত্ৰগত আন আন ত্রুটিসমূহে ছি এম ই এ কাৰ্য্যকলাপত বাধা দিবলৈ আৰম্ভ কৰিছে পুনৰগঠন পোনপটীয়া সহযোগৰ বান্ধোনৰ বিকাশ উৎসাহিত কৰা আৰু যুটীয়া উদ্যোগ প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যৰ কাৰণে। সহযোগৰ অৰ্থনৈতিক আহিলা ব্যৱস্থাত ভালেখিনি সলনি কৰা হৈছে, সবাৰো ওপৰত দামৰ গঠন, মুদ্ৰা আৰু বিত্তীয় সম্পৰ্ক আৰু চুক্তিৰ ৰূপ।

বন্ধুত্বপূৰ্ণ কমিউনিষ্ট পাৰ্টিবোৰৰ কংগ্ৰেছসমূহে ছি এম ই এ সংগঠনবোৰৰ কামৰপৰা সামৰিক ধৰণৰ বান্ধোন দূৰ কৰাৰ কাৰণে, অনাৱশ্যকীয় কমিটি, আয়োগ আৰু শাখা লোপ কৰাৰ কাৰণে আৰু ছি এম ই এক ইয়াৰ কাৰণে মৌলিক নোহোৱা কিছুমান কামৰপৰা অব্যাহতি দিবৰ কাৰণে দৃঢ়ভাৱে ওলাই আহিছে। ছি এম ই এৰ কাৰ্য্যকলাপৰ মধ্যাকৰ্ষণ বিন্দু সহযোগৰ অগ্ৰাধিকাৰৰ ক্ষেত্ৰলৈ, দেশবোৰৰ পাৰস্পৰিক কাৰ্য্যলৈ সমাজতান্ত্ৰিক অৰ্থনৈতিক অখণ্ডিকৰণৰ কৌশলগত কৰ্তব্যসমূহ সমাধান কৰালৈ, অতি গুৰুত্বপূৰ্ণ অৰ্থনৈতিক খণ্ডবোৰত দীৰ্ঘম্যাদী সহযোগৰ কাৰ্যসূচী তৈয়াৰ কৰালৈ আৰু মহাকাশ অনুসন্ধান, বিশ্বৰ মহাসাগৰ উন্নয়ন পাৰিপাৰ্শ্বিকতা সংৰক্ষণ ইত্যাদি বৃহৎ যুটীয়া কাৰ্য্যসূচী ৰূপায়ণ কৰালৈ স্থানান্তৰিত কৰা উচিত।

ছি এম ই এৰ প্ৰতিষ্ঠাৰপৰা ৪০ বছৰ ধৰি পৰীক্ষিত, পৰম্পৰাগত যোগাযোগৰ ৰূপবোৰো যেনে, বৈদেশিক বাণিজ্য, অৰ্থনৈতিক উন্নয়ন পৰিকল্পনাবোৰৰ সমন্বয় আৰু অৰ্থনৈতিক প্ৰকল্পৰ যুটীয়া নিৰ্মাণ উন্নতকৰণ প্ৰয়োজন হৈ পৰিছে। উদাহৰণ স্বৰূপে বৈদেশিক বাণিজ্যৰ কথা ধৰক। ১৯৮০ আৰু ১৯৮৫ চনৰ সময়ছোৱাৰ ভিতৰত ছি এম ই এ দেশবোৰৰ পাৰস্পৰিক বাণিজ্যৰ অংশ শতকৰা ৫৩·৮ ভাগৰপৰা ৬১·১ ভাগলৈ বৃদ্ধি হ'ল আৰু সেইবোৰৰ মুঠ বাণিজ্যৰপৰিমাণ শতকৰা ৬৪ ভাগ বাঢ়িলে। তথাপিও সেইবোৰৰ বাণিজ্যৰ গঠন অতি উন্নত দেশবোৰৰ বাণিজ্য গাঠনিৰ পৰা বেলেগ। ইয়াত কেঁচামাল আৰু খাদ্য সামগ্ৰীৰ অংশ অতি বেচি। ইতিমধ্যেই ছোভিয়েত ৰপ্তানি গঠনৰ বহুতো পৰিবৰ্ত্তন সাধন হ'ব ধৰিছে ; শেহতীয়া কাৰিকৰী জ্ঞান আৰু যন্ত্ৰপাতি, বিশেষকৈ পাৰমানৱিক শক্তি কাৰখানাৰ আহিলাপাতি, কম্পিউটাৰ সংখ্যাৰ দ্বাৰা নিয়ন্ত্ৰিত যান্ত্ৰিক আহিলাপাতি ইত্যাদিৰ যোগান বাঢ়িব ধৰিছে।

বৰ্তমান সময়ত, কমিউনিষ্ট পাৰ্টি সমূহৰ কংগ্ৰেছবোৰত, আৰু ১৯৮৬ চনৰ নৱেম্বৰ মাহত মস্কোত বহা ছি এম ই এ সদস্যদেশবোৰৰ ভ্ৰাতৃত্বমূলক পাৰ্টিবোৰৰ নেতা সকলৰ কাৰ্য্যকৰী সভাত প্ৰকাশিত ধাৰণাবোৰৰ ওপৰত নিৰ্ভৰ কৰি অৰ্থনৈতিক অখণ্ডিকৰণ

পদ্ধতিক পুনৰবিন্যাস কৰিবলৈ গভীৰ কাম কাজ আৰম্ভ হৈছে। ১৯৮৭ চনৰ ১৩-১৪ অক্টোবৰত অনুষ্ঠিত হোৱা ছি এম ই এৰ ৪৩তম বিশেষ অধিবেশনত অংশ গ্ৰহণকাৰী-সকলে সমাজতান্ত্ৰিক দেশবোৰৰ মাজত অৰ্থনৈতিক সহযোগ বিকাশৰ চলিত স্তৰৰ চৰিত্ৰগত বাস্তৱ সমস্যাসমূহ আলোচনা কৰিছিল।

ইয়াতো, মধ্যাকৰ্ষণ বিন্দু বৈজ্ঞানিক আৰু কাৰিকৰী প্ৰগতিৰ ক্ষেত্ৰলৈ স্থানান্তৰিত কৰা হৈছে। এই দৃষ্টিভঙ্গীয়ে সমাজতান্ত্ৰিক গোষ্ঠী দেশবোৰৰ অৰ্থনৈতিক ক্ৰমবিকাশত বৰ্তমান স্তৰটো প্ৰতিফলিত কৰে। ই গুণৰ উচ্চতাবৃদ্ধিৰ সমস্যাক আৰু অৰ্থনৈতিক বিকাশৰ গভীৰ পদ্ধতিৰ কাৰণে অন্বেষণক যেনে ব্যাপক হাৰত কম্পিউটাৰ ব্যৱহাৰ, সম্পদ-ৰাহী কৰা কাৰিকৰী বিদ্যাৰ ব্যৱহাৰ, মানুহৰ প্ৰতি বেছি মনোযোগ ইত্যাদিৰ সন্মুখলৈ লৈ আহিছে। ছোভিয়েত ইউনিয়নৰ আৰু আন সমাজতান্ত্ৰিক দেশত পেৰেস্ত্ৰইকাৰ সম্পূৰ্ণ বিচাৰ কৰা হৈছে, যাৰ প্ৰক্ৰিয়াৰ কালত জাতীয় অৰ্থনীতি পৰিচালনাত অৰ্থনৈতিক উপাদানবোৰে বৰ্দ্ধিত ভূমিকা পালন কৰিবলৈ ধৰিছে আৰু গতিকে, ছি এম ই এ সদস্য দেশবোৰৰ সম্পৰ্কৰ ক্ষেত্ৰতো। এই অৱস্থাত সম্প্ৰসাৰিত পাৰস্পৰিক ক্ৰিয়া-প্ৰক্ৰিয়া আৰু গভীৰতৰ শ্ৰম বিভাজনে সকলো ছি এম ই এ দেশৰ অৰ্থনৈতিক বিকাশৰ যথেষ্ট দ্ৰুততৰকৰণ, জনসাধাৰণৰ মঙ্গলৰ আৰু দ্ৰুত বৃদ্ধি আৰু বিশ্ব অৰ্থনীতিত সিবিলাকৰ অৱস্থান শক্তিশালী কৰাটো নিশ্চিত কৰিব পাৰে আৰু কৰিব লাগিব।

সহযোগৰ পদ্ধতি, ইয়াৰ পৰিকল্পনা আৰু পণ্য-ধন আহিলাসমূহ আৰু বিত্তীয় আৰু ঋণ সম্পৰ্কসমূহ উন্নত কৰাটো বিশেষভাৱে গুৰুত্বপূৰ্ণ। ১৯৯১—২০০৫ চনৰ কাৰণে আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰম বিভাজনৰ এটা সামূহিক ধাৰণা তৈয়াৰ কৰাটো ই দাবী কৰে।

মৌলিক তাৎপৰ্য্যৰ কথা হৈছে ৪৩তম ছি এম ই এ বিশেষ অধিবেশনত উপনীত হোৱা এক চুক্তি যাৰ দ্বাৰা ছি এম ই এ দেশবোৰে অৰ্থনৈতিক আৰু বৈজ্ঞানিক আৰু কাৰিকৰী সহযোগ তিনিটা পৰস্পৰ সম্পৰ্কপূৰ্ণ স্তৰত চলাব—আন্তঃচৰকাৰী, আন্তঃখণ্ডীয় আৰু আহিবুৰো আৰু উৎপাদন গোটৰ স্তৰত অৰ্থাৎ উৎপাদন আৰু বৈজ্ঞানিক আৰু প্ৰযুক্তিগত সহযোগৰ বিকাশৰ ভিত্তিত সংস্থা, প্ৰতিষ্ঠান আৰু সংগঠনৰ মাজত পোনপটীয়াকৈ।

আগৰ দৰেই গভীৰতৰকৰণৰ স্তৰত ছি এম ই এ সদস্য দেশবোৰে উৎপাদন বিশেষীকৰণ আৰু উৎপাদনশীল উদ্যোগত, সবাতোপৰি যান্ত্ৰিক ইঞ্জিনিয়াৰিঙত সহযোগৰ ভিত্তিত সিবিলাকৰ পাৰস্পৰিক যোগাযোগ বিকাশ কৰাটো চলাই থাকিব।

# অৰ্থনৈতিক সংহতিৰ সুবিধা আৰু সমস্যা

উৎপাদন বিশেষীকৰণ আৰু সহযোগ হ'ল আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰম বিভাজনৰ সকলোতকৈ বেছি সুস্থিৰ আৰু কাৰ্য্যকৰী ৰূপ। ইয়াৰ অৰ্থনৈতিক সাৰমৰ্মটো হয়গৈ, ব্যক্তিগত দেশত উৎপাদনৰ কেন্দ্ৰীকৰণ যাতে উচ্চ কাৰিকৰী স্তৰ আৰু সামগ্ৰীৰ গুণ, কম উৎপাদন খৰচ, উচ্চতৰ শ্ৰম উৎপাদন ক্ষমতা, আৰু শেষত সামাজিক উৎপাদনৰ উচ্চতৰ দক্ষতা নিশ্চিত কৰিব পৰা যায়। মূঠতে, বিশ্বৰ কোনোদেশেই সকলো ধৰণৰ সামগ্ৰী লাভজনকভাবে আৰু উচ্চ কাৰিকৰী স্তৰত উৎপাদন কৰিব নোৱাৰে। তদুপৰি, প্ৰত্যেক দেশেই সকলো সামগ্ৰী কম পৰিমাণে উৎপাদন কৰাটো খৰচী আৰু কাৰিকৰীভাৱে অতি অসুবিধাজনক হ'ব। ইয়াৰ অৰ্থ হ'ব কাৰিকৰী জ্ঞানত বিশ্বমানদণ্ডৰ তুলনাত পিছপৰি থকা। সেইকাৰণেই চি এম ই এ দেশবোৰে উৎপাদন সহযোগক আৰু গভীৰতৰ কৰাটো সিবিলাকৰ অৰ্থনৈতিক সম্পৰ্কৰ বিকাশৰ ৰণকৌশলৰ নীতি বুলি বিবেচনা কৰে।

প্ৰতিবছৰে চি এম ই এ দেশবোৰত কিছুমান যুটীয়া ঔদ্যোগিক সা-সুবিধা কামত লগোৱা হয়; তেল আৰু গেছ পাইপ লাইন, শক্তি পৰিবাহক লাইন, পাৰমাণৱিক শক্তি কাৰখানা, আকৰ শোধন আৰু ৰাসায়নিক প্ৰতিষ্ঠান ইত্যাদি। যন্ত্ৰ আৰু আহিলাপাতিত বাণিজ্য সম্প্ৰসাৰিত হৈছে, আৰু কেঁচামাল, খাদ্য সামগ্ৰী আৰু ভোগ্য সামগ্ৰীৰ যোগান বাঢ়িব ধৰিছে।

চি এম ই এ দেশবোৰৰ গভীৰ আন্তৰ্জাতিক উৎপাদন বিশেষীকৰণ আৰু সহযোগৰ ফলাফল দেখা গৈছে, প্ৰত্যেক দেশে একোটা শিল্পৰ ভিতৰত বিশেষীকৰণৰ ফলস্বৰূপে কিছুমান বিধৰ বস্তু সৰবৰাহ কৰাৰ যোগেদি অৰ্থনৈতিক অৰ্থ গুৰুত্বৰ প্ৰতি ইয়াৰ বৰঙণি যোগাইছে। অৱশ্যে, এই ক্ষেত্ৰতো পাৰস্পৰিক সহযোগ প্ৰসাৰ কৰাৰ কাৰণে যথেষ্ট স্থল আছে।

প্ৰতিথন চি এম ই এ দেশৰ অৰ্থনৈতিক স্বাৰ্থ তলৰ সূত্ৰটোৰ দ্বাৰা প্ৰকাশিত কৰিব পাৰিঃ প্ৰতি শিল্পাই ৰপ্তানি আৰু আমদানী দুয়োটাৰে কাৰণে বিশেষীকৃত সামগ্ৰী উৎপাদন কৰিব লাগে। চি এম ই এ দেশ এখনত আধুনিক উৎপাদনৰ চৰিত্ৰগত দিশ কেৱল এইটো হোৱা উচিত নহয় যে ৰপ্তানিৰ কাৰণে উত্তম যন্ত্ৰৰ উৎপাদন কিন্তু লগতে ইয়াৰ যন্ত্ৰৰ আমদানীও যিটো উৎপাদনত ইয়াৰ অংশীদাৰ-

সকলে উৎকৃষ্টতা লাভ কৰিছে। ইয়াতেই ছি এম ই এ দেশবোৰত আন্তঃখণ্ডীয় বিশেষীকৰণৰ সাৰমৰ্ম আছে।

উদাহৰণ স্বৰূপে, জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰই ডিজেল লৰী উৎপাদন কৰা কামাজ, লেনিনবাদী কমছমলৰ নামাকৰণ কৰা মস্কভিচ যাত্ৰীবাহী গাড়ী তৈয়াৰ কৰা মস্কোৰ মটৰ কাৰখানা আৰু গাৰকভ, ভল্‌গগ্ৰাদ আৰু চেবক্‌ছাৰিৰ ট্ৰেক্টৰ কাৰখানালৈ সৰ্বাধুনিক প্ৰেছ ফৰ্জিং আহিলা যোগান ধৰে। আনহাতেদি ছোভিয়েত ইউনিয়নে জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰলৈ ৰাসায়নিক শিল্পৰ কাৰণে ইউনিক প্ৰেছ ৰপ্তানি কৰে।

এনেকুৱা বিশেষীকৰণ গুৰুত্বপূৰ্ণ কাৰণ বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ প্ৰগতিৰ আধুনিক স্তৰৰ চৰিত্ৰ অনুসৰি বাঢি যোৱা সামগ্ৰীৰ পৰিমাণে উৎপাদন উদ্যোগক আৰু বেছি বহুমুখী কৰিছে। চাৰিগন দেশৰ—চেকোশ্লোভাকিয়া, পোলেণ্ড, জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ আৰু হাঙ্গেৰীৰ প্ৰত্যেকেই বিশ্বত উৎপাদিত হোৱা যান্ত্ৰিক ইঞ্জিনিয়াৰিং সামগ্ৰীৰ প্ৰকাৰৰ শতকৰা ৭০ৰ পৰা ৮০ ভাগ উৎপাদন কৰে। এইটো যুক্তিৰ কথা যে সকলো ধৰণৰ সামগ্ৰীৰ উৎপাদনত উচ্চ কাৰিকৰী মান নিশ্চিত কৰাটো অসম্ভৱ। যিটো প্ৰয়োজন সেইটো হ'ল বিশেষীকৰণ আৰু উৎপাদন কৰা সামগ্ৰীৰ বিভিন্নতা কমোৱা, ই সকলো দেশৰ কাৰণে প্ৰযোজ্য।

আগতে উল্লেখ কৰাৰ দৰে, আনকি ছোভিয়েত ইউনিয়নৰ বহুমুখী ঔদ্যোগিক গাঁথনিবোৰেও ইয়াৰ প্ৰয়োজনীয়তাৰ বহুবোৰ আন ছি এম ই এ দেশবোৰৰ পৰা বিশেষীকৃত যোগানৰ দ্বাৰা পূৰণ কৰে—জাহাজ আৰু মালতোলা আহিলাপাতি যাত্ৰীবাহী গাড়ী আৰু বাচ, ৰলিংমিল আৰু স্বয়ংক্ৰিয় টেলিফোন-এক্সচেঞ্জৰ সা-সৰঞ্জাম ইত্যাদি ইত্যাদি। তদুপৰি, ইউ এছ এছ আৰে ছি এম ই এ দেশবোৰৰ পৰা এই দেশত বিক্ৰী কৰা আচবাব, জোতা, তৈয়াৰী চোলা কাপোৰ আৰু টিনতভৰোৱা খাদ্য আমদানী কৰে।

আন্তৰ্জাতিক বিশেষীকৰণে, ছি এম ই এ দেশবোৰৰ জাতীয় অৰ্থনৈতিক কাঠামোৰ বেছি কাৰ্যকৰী বিকাশ আগবঢ়াই নিয়ে, সেইবোৰক উৎপাদনত প্ৰায়েই-হোৱা অনাৱশ্যক আৰু যুক্তিহীন সমান্তৰালবাদ এৰাই যাবলৈ সমৰ্থ কৰে। এইধৰণে, জনসংখ্যাৰ পৰিমাণ, আৰু দেশৰ আকাৰ আৰু ঘৰুৱা বজাৰৰ সমৰ্থতা নিৰ্বিশেষে, ভাতৃত্বমূলক দেশবোৰৰ পাৰস্পৰিক পৰিপূৰক অৰ্থনীতিয়ে সৰ্বোত্তম ৰূপ লয়।

অৱশ্যে বিশেষীকৰণৰ প্ৰক্ৰিয়াটো কিছু জটিল আৰু ইয়াৰ সকলো অংশগ্ৰহণকাৰীয়ে অনেক অৰ্থনৈতিক সমস্যাৰ সমাধান কৰিব লগীয়া হয়। উদাহৰণ স্বৰূপে, বৈদেশিক বাণিজ্য ভাৰসাম্য পূৰ্ণ কৰিবৰ কাৰণে আৰু পাৰিশ্ৰমীয়া অংশীদাৰ সকলৰ লগত কাৰবাৰ

কৰোতে স্বচ্ছলতা নিশ্চিত কৰিবৰ কাৰণে ছি এম ই এ দেশবোৰে পুঁজিবাদী দেশবোৰৰ বজাৰৰ প্ৰয়োজনীয়তাৰ লগত খাপখোৱা উচ্চ দক্ষতাসম্পন্ন আৰু প্ৰতিযোগিতামূলক ৰপ্তানি উদ্যোগৰ বিকাশক অনুপ্ৰাণিত কৰিবৰ কাৰণে চেষ্টা কৰিছে। এইটো এটা প্ৰৱণতা। আন হাতেদি, আমদানীকৃত কেঁচা মাল আৰু বিশেষকৈ তেল আৰু গেছৰ কাৰণে দাম দিবলৈ সমাজতান্ত্ৰিক গোষ্ঠীয়ে এনে ৰপ্তানি সামগ্ৰীৰ উৎপাদন বঢ়াব লাগিব সিবিলাকত কেঁচামাল সৰবৰাহকাৰী সকল আগ্ৰহী, এইটো এটা দ্বিতীয় প্ৰৱণতা। সৰ্বশেষত, পশ্চিমৰ প্ৰতিক্ৰিয়াশীল চক্ৰবোৰৰ দ্বাৰা বাণিজ্যত আকোঁৰগোজ মাৰি অনুসৰণ কৰি থকা বৈষম্যমূলক নীতিৰ কাৰণে, ছি এম ই এ দেশবোৰে কিছুমান বস্তু পুঁজিবাদী দেশবোৰৰ পৰা আমদানী কৰাৰ সলনি ঘৰুৱা উৎপাদন সংগঠিত কৰিব লগীয়া হয়।

এইটো দেখা যায় যে, প্ৰত্যেক দেশৰ দ্বাৰা আন্তৰ্জাতিক বিশেষীকৰণৰ ধাৰাবোৰৰ নিৰ্বাচন সৰল নহয় কাৰণ ইয়াৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰে। ইয়াত সমাজতান্ত্ৰিক অৰ্থনৈতিক অৰ্খণ্ডিকৰণৰ সুবিধাবোৰ সকলোতকৈ বেছি অনুভূত হয়। বিজ্ঞান, কাৰিকৰীজ্ঞান আৰু উৎপাদনত বিশেষীকৰণ আৰু সহযোগৰ সক'লো ফালে বিকাশৰ কাৰণে কৌশলগত পথে প্ৰত্যেক দেশ আৰু সামগ্ৰিকভাৱে সমাজতান্ত্ৰিক গোষ্ঠী দুয়োটাৰে স্বাৰ্থ পূৰণ কৰে। আন্তৰ্জাতিক বিশেষীকৰণৰ সমস্যাটো আচলতে কিমান গভীৰ তাক আকৌ উল্লেখ কৰা প্ৰয়োজন। উদাহৰণস্বৰূপে, ধৰক, যাত্ৰীবাহী মটৰৰ উৎপাদন। ছি এম ই এ দেশবোৰৰ প্ৰত্যেকেই ( হাঙ্গেৰীৰ বাহিৰে ) অনুমতিপত্ৰৰ দ্বাৰা বা নিজেই কেইবা ধৰণৰো যাত্ৰীবাহী মটৰগাড়ী উৎপাদন কৰে। প্ৰায়বোৰ দেশতে উৎপাদনৰ পৰিধি সৰ্বোত্তম নহয়। যিহেতু উৎপাদনৰ হাৰ কম আৰু সেই-কাৰণে, উচ্চ দক্ষতাসম্পন্ন আহিলাৰ ব্যৱহাৰ কঠিন, উৎপাদন খৰচ বেছি। ছি এম ই এ দেশবোৰৰ উৎপাদিত যাত্ৰীবাহী মটৰ গাড়ীবোৰ প্ৰায়বোৰ কাৰিকৰী আৰু অৰ্থনৈতিক হিচাবৰ ফালৰ পৰা বিশ্ব মানদণ্ডৰ তলত।

তথাপিও সেইবোৰৰ উৎপাদন কমাৰ সলনি বাঢ়িব ধৰিছে। খৰচো বাঢ়িব ধৰিছে। সমাধান কি? আৰম্ভণি হিচাপে, ই আছে, উৎপাদন সহযোগৰ ক্ৰমতৰ বিকাশৰ ভিতৰত, অৰ্থাৎ অংশ, গোট আৰু উপাদানবিলাক আৰু কাৰিকৰী প্ৰক্ৰিয়াৰ স্তৰসমূহ তৈয়াৰ কৰাত বিশেষীকৰণত।

একেধৰণৰ বহু উদাহৰণ আছে। উৎপাদন উদ্যোগসমূহৰ প্ৰায়বোৰ সামগ্ৰীৰ উৎপাদনত আত্মনিৰ্ভৰশীলতাৰ প্ৰতি প্ৰৱণতা চলি থাকে। এটা সহজ ব্যাখ্যা আছে : ছি এম ই এ দেশবোৰৰ তৈয়াৰী সামগ্ৰী আমদানী কৰিবলৈ ধন নাই ; অগ্ৰাধিকাৰ হৈছে কেঁচামাল আমদানীত। পশ্চিমলৈ শেহতীয়া কাৰিকৰী জ্ঞান ৰপ্তানি কৰোতে

(পুঁজিবাদী বজাৰত প্ৰতিযোগিতা চূড়ান্ত ভাৱে তীব্ৰ) সমাজতান্ত্ৰিক দেশবোৰৰ বিনিময়ত যন্ত্ৰ আৰু আহিলাপাতি দিয়া হয় যিবোৰ কাৰিকৰী আৰু অৰ্থনৈতিক হিচাপত বৰ্তমানৰ প্ৰয়োজনৰ তুলনাত বহুত তলত। সেইকাৰণে, অহা কেইবছৰত ছি এম ই এ সদস্য দেশবোৰে মনোযোগ কেন্দ্ৰীভূত কৰিবলৈ গৈছে, যিমান কেৱল পণ্য বিনিময়ৰ বৃদ্ধি কৰাৰ ওপৰত নহয়, যিমান উৎপাদনত পাৰস্পৰিক লাভজনক বিশেষীকৰণ আৰু সহযোগ গভীৰতৰ কৰাত। অৰ্থনৈতিক বিকাশৰ পৰিকল্পনাসমূহৰ সমন্বয়সাধন কৰা পথত ছি এম ই এ দেশবোৰে আধুনিক ধৰণৰ যন্ত্ৰপাতিৰ উৎপাদন আৰু যোগান সম্প্ৰসাৰিত কৰাটো সংগঠিত কৰিবলৈ ইচ্ছা কৰিছে।

আজি ছি এম ই এ দেশবোৰে বিনিময় কৰা সামগ্ৰী সৰ্বোত্তম বিশ্বমানদণ্ডৰ লগত খাপখোৱা হোৱা উচিত। যিবিলাক ক্ষেত্ৰত এই কাম সফলভাৱে সমাধা কৰা হৈছে, সমাজতান্ত্ৰিক দেশবোৰে, আনকি বিশ্ব মানদণ্ডৰ তুলনাতো ডাঙৰ, প্ৰকল্প কাৰ্যকৰী কৰিবলৈ সমৰ্থ হৈছে যেনে "ৰিয়াদ" ঐক্যবদ্ধ কম্পিউটাৰ প্ৰণালীৰ প্ৰতিষ্ঠা আৰু কাৰ্যকৰীকৰণ, পাৰমাণৱিক শক্তি কাৰখানাৰকাৰণে আহিলাৰ উৎপাদন, ইউ এছ এছ আৰ আৰু ইউৰোপীয় ছি এম ই এ সদস্য দেশবোৰৰ ঐক্যবদ্ধ শক্তি বিতৰণ প্ৰণালী কামত লগোৱা, ৰাসায়নিক উদ্যোগত অলেফাইন সংহত কাৰখানাক কামত লগোৱা ইত্যাদি।

## উৎপাদনৰ ক্ষেত্ৰত সহযোগ

সাম্প্ৰতিক বছৰবোৰত ছি এম ই এ সদস্য দেশবোৰে বৰ্তমান স্তৰত জাতীয় অৰ্থনীতিৰ দক্ষতা বৃদ্ধি কৰাৰ মৌলিক উপায় হিচাপে গোট আৰু অংশ উৎপাদনত আন্তৰ্জাতিক বিশেষীকৰণ বিকাশ কৰাত বেছি পৰিমাণে মনোযোগ দিছে। ইয়াৰ বাস্তৱ পূৰ্ব চৰ্ত হ'ল বিভিন্ন শিল্পত আৰু সকলোৰে ওপৰত যান্ত্ৰিক ইঞ্জিনিয়াৰিঙত উৎপাদনক বহুমুখী কৰা।

আধুনিক উৎপাদনৰ বেছি জটিল গঠনে তৈয়াৰী বস্তুত ব্যৱহাৰ কৰা অংশ আৰু গোটৰ সংখ্যাৰ দ্ৰুত বৃদ্ধি সৃষ্টি কৰিছে। উদাহৰণ স্বৰূপে, বৈদ্যুতিক ৰেলৰ ইঞ্জিনত ২৫০,০০০ পৰ্য্যন্ত ধৰণৰ অংশ আৰু গোট আছে, বলিং মিলত প্ৰায় ১০০,০০০ বিধ, যাত্ৰীবাহী মটৰত প্ৰায় ২০,০০০ বিধ আৰু নিৰ্মাণ আৰু পথ তৈয়াৰ কৰা যন্ত্ৰত ২০০০ বিধ পৰ্য্যন্ত। সাৰ্বজনীন ধৰণৰ বৃহত যন্ত্ৰ নিৰ্মাণ কাৰখানা এটাৰ প্ৰধান কৰ্মশালাত বছৰি ১০০০০ নিযুতবো বেছি অংশ তৈয়াৰ কৰা হয়।

ছি এম ই এ দেশবোৰৰ প্ৰত্যেকখনতে উৎপাদন সাৰ্বজনীন আৰু বহুমুখী ধৰণৰ

হোৱাটোৱে সেইবোৰৰ বিকাশত বাধা দিয়ে। প্ৰায় প্ৰত্যেক যন্ত্ৰ-নিৰ্মাণ কাৰখানাবে খালি, আহিলা আৰু মেৰামতি খণ্ড, আৰু অনা-মানদণ্ডৰ আহিলা তৈয়াৰ কৰাৰ কাৰণে শাখাবোৰ আছে যাৰ সকলোবোৰবে উৎপন্নৰ গুণৰ ওপৰত প্ৰতিকূল প্ৰভাৱ পৰে।

ছি এম ই এ দেশবোৰত কাঠামোৰ সংস্কাৰ সাধন কাৰ্য্যকৰী কৰাৰ কৌশলৰ সমন্বয়ৰ ভিত্তিত উৎপাদন সহযোগ বিকাশ কৰা আৰু সেইবোৰৰ প্ৰত্যেকতে বিশেষী-কৰণৰ অগ্ৰাধিকাৰ প্ৰবণতা বাছি লোৱাৰ ভিতৰেদিহে কেৱল ছি এম ই এ দেশবোৰে আধুনিককৰণৰ প্ৰক্ৰিয়াক দ্ৰুত কৰি তুলিব পাৰে। আমাৰ ধাৰণা মতে, এইটো বিশ্বাস কৰা ভুল হ'ব যে, বিদেশৰ পৰা যোগান ধৰা অংশ আৰু গোটৰ সৈতে সংলগ্ন কৰা কাৰখানা গঢ়াৰ দ্বাৰা ইয়াৰ চৰিত্ৰ সলনি কৰাৰ পাছত, প্ৰত্যেক ছি এম ই এ দেশে বহুমুখী যান্ত্ৰিক ইঞ্জিনিয়াৰিং ৰক্ষা আৰু বিকাশ কৰিব পাৰে।

আন কথাত, ধৰক, প্ৰত্যেক দেশেই, উচ্চভাৱে বিশেষীকৃত কাৰখানা সহ অংশীদাৰসকলে যোগান ধৰা অংশ আৰু গোট ব্যৱহাৰ কৰি নিজৰ যাত্ৰীবাহী মটৰ গাড়ী তৈয়াৰ কৰিব।

সংশ্লিষ্ট দেশবোৰৰ প্ৰত্যেকখনতে সিইতৰ সংলগ্নকৰণৰ তলতীয়া কাৰখানা নিৰ্মাণ কৰা সহ বৃহৎ আন্তঃজাতীয় উৎপাদন সংস্থা প্ৰতিষ্ঠা কৰাৰ দ্বাৰা যাত্ৰীবাহী মটৰগাড়ীৰ দক্ষতাপূৰ্ণ উৎপাদন লাভ কৰাটো সম্ভৱ।

সেইদৰে, বিশেষীকৰণ আৰু সহযোগ আন উদ্যোগতো কাৰ্য্যকৰী কৰা উচিত। এই ক্ষেত্ৰত গোট আৰু অংশৰ সৰ্বোত্তম লানি প্ৰয়োজনীয় উৎপাদন ক্ষমতা থকা দেশবোৰত নিৰ্মাণ কৰা হ'ব।

মুঠতে, উৎপাদন সহযোগৰ বিকাশৰ সম্ভাৱনা সম্পৰ্কে ভালেমান মৌলিক ধাৰা বাছি উলিয়াব পাৰি।

প্ৰথমতে, উৎপাদন সহযোগ ছি এম ই এ সদস্য দেশবোৰত অৰ্থনীতিৰ পুনৰ বিন্যাসৰ দীৰ্ঘম্যাদী কাৰ্য্যসূচীৰ লগত ঘনিষ্ঠভাৱে জড়িত হোৱা উচিত। প্ৰত্যেক অংশ আৰু সংলগ্নকৰণ গোটৰ উৎপাদনত বিশেষীকৰণ এটা বদ্ধ প্ৰক্ৰিয়া নহয়। এই দৃষ্টিভঙ্গীৰ পৰা, পাৰমাণবিক শক্তি উদ্যোগৰ বিকাশৰ সাধাৰণ কাৰ্য্যসূচীৰ ভিতৰৰ অংশ হিচাপে পাৰমাণবিক ইঞ্জিনিয়াৰিঙত সহযোগে আন শিল্পৰ কাৰণে পুনৰ বিন্যাসৰ সকলোতকৈ ভাল উদাহৰণ দেখুৱাইছে।

দ্বিতীয়তে, সহযোগৰ যন্ত্ৰ, পদ্ধতি আৰু আহিলাৰ এটা আধুনিক প্ৰণালী তৈয়াৰ কৰাৰ কাৰণে যুটীয়া প্ৰচেষ্টাৰ আঙ্গিক অংশ হোৱা উচিত। বৰ্তমান সময়ত বিশেষীকৰণ আৰু সহযোগে সেই হিচাপে এখন ট্ৰেক্টৰ তৈয়াৰ কৰাৰ লক্ষ্য নলয় বৰং

কৃষি উৎপাদন বৃদ্ধি কৰাৰ কাৰণে সমগ্ৰলানি যন্ত্ৰ আৰু আহিলাপাতি তৈয়াৰ কৰাৰ লক্ষ্য লয়।

তৃতীয়তে, গোট আৰু অংশসমূহ নিৰ্মাণত আন্তৰ্জাতিক বিশেষীকৰণ বিকাশ কৰাৰ সময়ত, তুলনামূলক ভাবে সৰু প্ৰতিষ্ঠানসমূহ ব্যৱহাৰ কৰা সমস্যাই দেখা দিয়ে যাৰ সংখ্যা ছি এম ই এ সদস্য দেশবোৰত যথেষ্ট বেছি। উদাহৰণ স্বৰূপে, যান্ত্ৰিক ইঞ্জিনিয়াৰিঙত কম কম পৰিমাণত উৎপাদিত বস্তু মুঠ উৎপাদনৰ শতকৰা ৭৫ ভাগ হয়। সৰু প্ৰতিষ্ঠান সমূহক ব্যৱহাৰ কৰাৰ সকলোতকৈ বেছি সম্ভাৱনা আছে একোটা অংশ তৈয়াৰ কৰাত বা সংলগ্নকাৰী কাৰখানাৰ কাৰণে নিৰ্দিষ্ট কাৰিকৰী কাম কৰাত সেইবিলাকৰ বিশেষীকৰণত।

নমনীয় উৎপাদন ব্যৱস্থাৰ কাৰ্য্যকৰীকৰণে এই দিশত এক নতুন দিগন্ত মুকলি কৰিছে।

সংখ্যাৰ দ্বাৰা নিয়ন্ত্ৰিত যন্ত্ৰৰ আহিলা আৰু এক "যন্ত্ৰীকৰণ কেন্দ্ৰৰ" ধৰণৰ গোটবিলাক যাৰ ওপৰত এই ব্যৱস্থাসমূহ ভিত্তি কৰা, সহজতে বিভিন্ন ধৰণৰ উৎপন্নলৈ সলনি কৰিব পাৰি আৰু অতি জটিল অংশবোৰ তৈয়াৰ কৰিব পাৰি। ই ছি এম ই এ দেশবোৰৰ কাৰণে তুলনামূলক ভাবে সৰু কাৰখানা আৰু প্ৰতিষ্ঠানত যথেষ্ট পৰিমানে প্ৰয়োজনীয় উৎপন্নবিলাক তৈয়াৰ কৰাটো সম্ভৱ কৰে।

## বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা প্ৰগতিৰ নেতাসকল

ছি এম ই এ দেশবোৰত সেইবোৰৰ সহযোগৰ অগ্ৰাধিকাৰ ধাৰা হিচাপে প্ৰতিষ্ঠিত যুটীয়া সংগঠন আৰু ওপৰত বৈজ্ঞানিক আৰু উৎপাদন সংস্থা (এছ পি এ) অংশ প্ৰতিষ্ঠান বোৰে বৰ্দ্ধিত তাৎপৰ্য্য লাভ কৰিছে। সমাজতান্ত্ৰিক অৰ্থণ্ডিকৰণৰ এই ৰূপটো অতি ভালকৈ বুজাব পাৰি দুটা যন্ত্ৰ আহিলা উদ্যোগত প্ৰতিষ্ঠিত ছোভিয়েত—বুলগেৰিয়ান এছ পি এৰ উদাহৰণৰ দ্বাৰা: ছোভিয়েত ইউনিয়নত আইভানভ যন্ত্ৰ—আহিলা উৎপাদন সংস্থা আৰু বুলগেৰিয়াত ৰাষ্ট্ৰীয় অৰ্থনৈতিক সংস্থা আৰু মস্কো ক্ৰাছনি প্ৰলিটেৰি যন্ত্ৰ-আহিলা উৎপাদন সংস্থা আৰু বুলগেৰিয়াত বেৰয়ে ৰবট-তৈয়াৰী বৈজ্ঞানিক আৰু উৎপাদন কাৰখানা।

প্ৰথম এছ পি এ টোৱে যন্ত্ৰীকৰণ কেন্দ্ৰ আৰু নমনীয় উৎপাদন মডিউল আৰু প্ৰণালীৰ বিকাশ আৰু নিৰ্মাণত বিশেষীকৰণ কৰিছে আৰু দ্বিতীয়টোৱে—সংখ্যাৰ দ্বাৰা নিয়ন্ত্ৰিত যন্ত্ৰৰ আহিলা, নমনীয় উৎপাদন মডিউল, ঔদ্যোগিক ৰবট আৰু দক্ষ চালক উৎপাদনত।

দুয়োটা এছ পি এৰ, লক্ষ্য হ'ল দুয়োখন দেশৰ এতিয়াও সৰবৰাহ কম হৈ থকা আধুনিক সা-সুবিধাৰ প্ৰয়োজনীয়তা বেছি সম্পূৰ্ণভাৱে পূৰণ কৰা। এইটো লাভ কৰা হয় প্ৰথমতেই তেওঁলোকৰ ঐক্যবদ্ধ গৱেষণা আৰু আহিৰ প্ৰচেষ্টা আৰু পোনপটীয়া উৎপাদন সহযোগ প্ৰতিষ্ঠাৰ প্ৰচেষ্টাৰ কাৰণে।

১৯৮৬ চনৰ পৰা ১৯৯০ চনৰ সময়ছোৱাত সংস্থাবোৰে উৎপাদন কৰিবলৈ বিচাৰিছে, ১৫ বিধৰ ২৭০০ যন্ত্ৰীকৰণ কেন্দ্ৰ (ছোভিয়েত ইউনিয়নত ২১০০ আৰু বুলগেৰিয়াত ৬০০), ১৩,০০০ সংখ্যাৰ দ্বাৰা নিয়ন্ত্ৰিত যন্ত্ৰৰ আহিলা আৰু সেইবোৰৰ ভিত্তিত, ৪২০০ নমনীয় উৎপাদন মডিউল আৰু ৩২০০০ ৰ বেছি ৰবট। এনেকুৱা হাৰত উৎপাদন এক ব্যাপক ধৰণৰ অঙ্গীভূত অংশৰ যোগানৰ নিৰৱচ্ছিন্ন সহযোগৰ ভিত্তিতহে কেৱল সম্ভৱ।

য'ত এই এছ পি এ বিলাকত উৎপাদন এক জাতীয় কাৰিকৰী আৰু বস্তুগত ভিত্তিত সংগঠিত কৰা হয়, গৱেষণা আৰু আহিৰ তৈয়াৰৰ কাৰ্য্যকলাপ শব্দটোৰ সম্পূৰ্ণ অৰ্থ অনুসৰিয়েই আন্তৰ্জাতিক। এই উদ্দেশ্যত, যুটীয়া আহি ব্যুৰো আৰু বিশেষজ্ঞ সকলৰ অস্থায়ী আন্তৰ্জাতিক সংগঠন প্ৰতিষ্ঠা কৰা হয়। প্ৰত্যেক এচ পি এৰ হস্তান্তৰ যোগ্য ৰুবল্‌ত আৰু আংশিকভাৱে সনদি কৰিব পৰা মুদ্ৰাত এটা বিত্তীয় পুঁজি আছে। এই ধন গৱেষণা আগবঢ়াবৰ কাৰণে, অনুমতিপত্ৰ, আহিলা আৰু প্ৰয়োজনীয় সামগ্ৰী কিনাৰ কাৰণে ব্যৱহাৰ কৰিব পাৰি।

বৈজ্ঞানিক, কাৰিকৰী আৰু উৎপাদন কাৰ্য্যকলাপৰ পাঁচ বছৰীয়া আৰু বাৰ্ষিক পৰিকল্পনা এছ পি এ বিলাকৰ দ্বাৰা তৈয়াৰ কৰা হয়।

ছোভিয়েত-বুলগেৰিয়ান এছ পি এ বিলাক চৰিত্ৰায়িত কৰা নতুন দিশটো হ'ল সেইবিলাকৰ প্ৰধান অধিকৰ্তাসকলৰ চুক্তি চহীকৰাৰ আৰু অঙ্গীভূত অংশবোৰৰ পাৰস্পৰিক যোগানৰ দাম নিৰ্ণয় কৰাৰ অধিকাৰ আছে। চূড়ান্ত উৎপন্নৰ চুক্তিবদ্ধ দাম ধৰি লৈ আৰু ছি এম ই এ কাঠামোৰ ভিতৰত গৃহীত দাম নিৰ্ণয়ৰ নীতি আৰু পদ্ধতিৰ ভিত্তিত ছোভিয়েত আৰু বুলগেৰিয়ান বৈদেশিক বাণিজ্য সংগঠনবোৰৰ সন্মতিত দাম নিৰ্ণয় কৰা হয়। লগে লগে, এইটো নিৰ্দিষ্ট কৰা আছে যে অঙ্গীভূত অংশবোৰৰ মুঠ খৰচ চূড়ান্ত উৎপন্নৰ দামৰ বেছি হ'ব নালাগিব।

এহাতেদি, এই দাম নিৰ্ণয় প্ৰক্ৰিয়াই ছি এম ই এ অংশীদাৰ বিলাক ছি এম ই এ কাঠামোৰ ভিতৰত পণ্য বিনিময়ৰ সাধাৰণ চৰ্তৰ পৰা "আঁতৰি অহাটো" আৰু "উৎপাদকৰ হুকুম" প্ৰতিষ্ঠা কৰাটো অসম্ভৱ কৰে আৰু আন হাতে সহযোগৰ নিৰ্দ্দিষ্ট অৱস্থা শ্ৰম উৎপাদন ক্ষমতা বঢ়াবৰ কাৰণে আভ্যন্তৰিণ আচুটীয়া পুঁজি আৰু গতিকে নিম্নগামী উৎপাদন খৰচ বিবেচনা কৰি সহযোগকৃত উৎপন্নৰ দাম প্ৰতিষ্ঠাৰ কাম

বেছি নমনীয়ভাবে সমাধান কৰিবলৈ তেওঁলোকক সমৰ্থ কৰে।

সহযোগৰ পৰম্পৰাগত ৰূপৰ তুলনাত এছ পি এ প্ৰতিষ্ঠা কৰাৰ আৰু এটা সুবিধা আছে। সুস্থিৰ, বহুমুখী আৰু দীৰ্ঘম্যাদী পোনপটীয়া যোগাযোগ প্ৰতিষ্ঠাৰ কাৰণে অতি অনুকূল অৱস্থাৰ সৃষ্টি হয়। আৰু বিজ্ঞান, কাৰিকৰী জ্ঞান আৰু উৎপাদনত এটা বেছি কাৰ্য্যকৰী আৰু দ্ৰুতগতিত উচ্চ ফলাফল লাভৰ কাৰণে এইটোৱেই হ'ল পথ।

অৱশ্যে, এই কথা কোৱা আগতীয়া হ'ব যে যুটীয়া এছ পি এ বিলাকে সেইবোৰৰ কামত কোনো অসুবিধাৰ সন্মুখীন হোৱা নাই। বিভিন্ন জাতীয় অৰ্থনীতিক অখণ্ডি-কৰণ কৰিব লাগিব আৰু সহযোগৰ নতুন ৰূপ আয়ত্ব কৰিব লাগিব। উদাহৰণ স্বৰূপে, ধৰক, এছ পি এ কাঠামোৰ ভিতৰত পাৰস্পৰিক যোগানৰ কাৰণে দাম প্ৰতিষ্ঠা কৰাৰ ওপৰত উল্লেখ কৰা প্ৰক্ৰিয়া। কোনো প্ৰচলিত হাৰ বা নিৰ্দেশ ইয়াত কোনো সহায়ৰ হব নোৱাৰে—সকলোবোৰ নতুন উৎপন্ন তৈয়াৰ কৰাৰ প্ৰক্ৰিয়াৰ ভিতৰত সিদ্ধান্ত কৰা হয়। অৱশ্যেই, বহুতো সমস্যাও আছে। সেইকাৰণে, যন্ত্ৰ আহিলা উদ্যোগত ছোভিয়েত বুলগেৰিয়ান এছ পি এৰ প্ৰতিষ্ঠা কৰা আৰু সেইবোৰৰ সঠিক কাৰ্যকৰণ স্থানীয় গুৰুত্বতকৈ বহু বেছি। সেইবোৰৰ কাম যাক এটা পৰীক্ষা বুলি বিবেচনা কৰিব পাৰি, বিশদভাবে অধ্যয়ন কৰিব লাগিব। ই যুটীয়া সংগঠন প্ৰতিষ্ঠা কৰাত সহায় কৰিব আৰু অৱস্থাৰ সৃষ্টি কৰিব য'ত সহযোগৰ নতুন ৰূপৰ সুবিধাবোৰ স্পষ্ট হৈ পৰিব।

এই সম্পৰ্কত, ইতিমধ্যেই প্ৰতিষ্ঠিত যুটীয়া সংস্থাবোৰৰ এটা যথেষ্ট গুৰুত্বপূৰ্ণ চৰিত্ৰৰ উল্লেখ কৰাটো উচিত হ'ব। আইভানভ যন্ত্ৰ-আহিলা সংস্থাই পৰম্পৰাগত নিয়ম ভঙ্গ কৰিছে: প্ৰথমতে পশ্চিমক লগধৰা আৰু তাৰ পিছত চেৰাই যোৱা। সংস্থাটোৱে এটা তৎকালীন কাৰিকৰী সাফল্য অৰ্জন কৰিছে আৰু যন্ত্ৰীকৰণকেন্দ্ৰ উৎপাদনৰ ক্ষেত্ৰত শ্ৰেষ্ঠতা লাভ কৰিছে। এই কাৰণেই যুটীয়া সংস্থাবোৰে আগপুৰণি পশ্চিমীয়া উৎপন্নবোৰ নকল কৰিবলৈ নাযায় কিন্তু বিশ্বৰ যন্ত্ৰ আহিলা নিৰ্মাণত এটা "নতুন ৰীতি" নিৰ্দেশ কৰিব। এইবিলাক যে কেৱল কথা নহয় তাক প্ৰত্যায়িত কৰিছে এক আই এছ-৫০০ যন্ত্ৰীকৰণ কেন্দ্ৰৰ উৎপাদনৰ দ্বাৰা, যাৰ অৰ্থ হ'ল আইভানভ ছফিয়া ৫০০ মিঃ মিটাৰ অৰ্থাৎ গোটটোৱে আধা মিটাৰ পৰিধি পৰ্যন্ত যন্ত্ৰীকৰণ অংশ উৎপাদনৰ কাৰণে সক্ষম। এটা কাৰিকৰী ধাৰণাক সমূহ উৎপাদনত বাস্তৱ কৰিবলৈ লগা সময় এবছৰৰ বেছি নহ'ল!

# পোনপটীয়া যোগাযোগ

ছোভিয়েত-বুলগেৰিয়ান যুটীয়া বৈজ্ঞানিক আৰু উৎপাদন সংস্থাৰ কাৰ্যকলাপত সহযোগৰ প্ৰতি নতুন দৃষ্টিভঙ্গীৰ আৰু এটা দিশ আছে—দুই দেশৰ প্ৰতিষ্ঠানবোৰৰ মাজত পোনপটীয়া যোগাযোগৰ বিকাশ।

পোনপটীয়া যোগাযোগৰ বিকাশে অংশীদাৰসকলৰ উৎপাদন ক্ষমতা সম্পৰ্কে মূল্যবান তথ্য যোগান ধৰে, সেইবিলাকক তেওঁলোকৰ যুটীয়া উৎপাদনৰ বৈজ্ঞানিক আৰু কাৰিকৰী স্তৰ উন্নত কৰিবলৈ, নিৰ্দিষ্ট উৎপাদন প্ৰশ্নসমূহ আৰু বিনিময় অভিজ্ঞতা কাৰ্যকৰীভাৱে মোকাবিলা কৰিবলৈ সমৰ্থ কৰে। ছি এম ই এ দেশবোৰৰ অৰ্থ নৈতিক সংযোগবোৰৰ মাজত পোনপটীয়া ক্ৰিয়া প্ৰক্ৰিয়াই আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰম বিভাজনৰ ব্যৱস্থাক সুস্থিৰ আৰু উন্নত কৰাত সহায় কৰে, এই ক্ৰিয়াপ্ৰক্ৰিয়াই ৰাষ্ট্ৰীয় আৰু নিৰ্দিষ্ট শিল্পৰ স্তৰত সহযোগৰ যুক্তিসঙ্গত চূড়ান্ত পৰিণাম হিচাপে কাম কৰে, আন দুটা স্তৰত উপনীত হোৱা মৌলিক সিদ্ধান্ত আৰু চুক্তি কাৰ্যকৰী কৰাটো নিশ্চিত কৰে। ২০০০ চন পৰ্যন্ত ছি এম ই এ সদস্য দেশবোৰৰ বৈজ্ঞানিক আৰু কাৰিকৰী প্ৰগতিৰ কাৰণে সামগ্ৰিক কাৰ্যসূচীত নিৰ্দিষ্ট কৰা সহযোগৰ অগ্ৰাধিকাৰৰ ক্ষেত্ৰত পোনপটীয়া যোগাযোগ বিশেষভাৱে কাৰ্যকৰী।

পোনপটীয়া যোগাযোগৰ কাৰণেই, প্ৰতিষ্ঠানবোৰে সিহঁতৰ কাম কাজৰ উন্নতৰ সমন্বয়সাধন কৰিব পাৰে, গৱেষণা আৰু বিকাশৰ কাৰণে সময় আৰু পুঁজি ৰাহী কৰিব পাৰে, ইঞ্জিনিয়াৰিং ধাৰণাসমূহ বেছি দক্ষতাৰে ব্যৱহাৰ কৰিব পাৰে, উচ্চ গুণগত সূচক লাভ কৰিব পাৰে। এনেকুৱা যোগাযোগৰ পৰা দুয়ো অংশীদাৰেই ভালেখিনি লাভ কৰিব পাৰে।

এইটো প্ৰমাণ কৰাৰ আৱশ্যক নাই যে উৎপাদন আৰু বিকাশৰ অভিযন্তাসকল নিজেই বিশদভাৱে সহযোগৰ পৰিকল্পনা কৰিবলৈ আৰু উৎপাদনত ইয়াৰ সম্ভাৱনাবোৰ কাৰ্যকৰী কৰিবলৈ বেছি ভাল স্থানত আছে কাৰণ তেওঁলোক উদ্ভৱ হোৱা সকলো কাৰিকৰী, কাৰিকৰীজ্ঞানৰ আৰু প্ৰাসঙ্গিক অৰ্থ নৈতিক সমস্যাবোৰ সম্পৰ্কে সচেতন। এনেকুৱা যোগাযোগ নতুন ধৰণৰ উৎপাদিত সামগ্ৰী বিকাশৰ কাৰণে সকলোতকৈ বেছি উপযোগী, যেতিয়াসমন্বিত প্ৰচেষ্টা প্ৰকৃততে আৱশ্যক হয়।

এই বিষয়ত বাস্তৱ জীৱনে ভালেমান উদাহৰণ দাঙি ধৰিছে। উদাহৰণ স্বৰূপে, চেৰেপভেৎছ চহৰত ইউ এছ এছ আৰ গঠনৰ ৫০তম বাৰ্ষিকী উৎসৱৰ নামত নামাঙ্কিত কৰা লো আৰু ষ্টীলৰ কাৰখানা আৰু হাঙ্গেৰীৰ মিছকাকত লেনিন লো আৰু ষ্টীলৰ

কাৰখানাই ১৯৭৭ চনৰ পৰা নিবিড়ভাৱে সহযোগ কৰি আহিছে। তেওঁলোকৰ ভিতৰত এক চুক্তি অনুসৰি, প্ৰত্যেক বছৰে পাৰস্পৰিক ক্ৰিয়াৰ যুটীয়া কাৰ্যসূচী ৰচনা কৰা হয়। তেওঁলোকে উৎপাদন সংগঠনত আৰু আগবঢ়া প্ৰযুক্তিজ্ঞানত অভিজ্ঞতা বিনিময়ৰ কাৰণে আৰু লগে লগে পাৰ্টি, ট্ৰেড ইউনিয়ন, অৰ্থ নৈতিক, যুৱক আৰু খেলুৱৈ প্ৰতিনিধি দল বিনিময়ৰ কাৰণে বছেৰেকীয়া লক্ষ্য স্থিৰ কৰি লয়। কাৰ্যসূচী-খনত যুটীয়া সাংস্কৃতিক কাৰ্যকলাপ আৰু বন্ধুত্ব বঢ়াবৰ কাৰণে কাম কাজৰ প্ৰস্তাৱো ধৰা হৈছে। বাৰ্ষিক কাৰ্যসূচী পূৰণ কৰাৰ ওপৰত পাৰস্পৰিক নিয়ন্ত্ৰণ প্ৰতিষ্ঠা কৰা হৈছে।

এইটো উল্লেখ কৰা উচিত যে এই যোগাযোগবোৰ বৰ্দ্ধিতভাৱে কাৰ্যকৰী হৈছে। উদাহৰণস্বৰূপে, হাঙ্গেৰীয়ান ধাতু শ্ৰমিকসকলে চেৰেপভেৎছৰ তেওঁলোকৰ অংশীদাৰ সকলৰ পৰা ড্ৰিলিং ৰিগৰ অংশ তৈয়াৰ কৰাৰ কাৰণে, এক প্ৰযুক্তিজ্ঞান ধাৰ কৰিছিল, তাৰ দ্বাৰা সেইবোৰৰ নিৰ্ভৰশীলতা বঢ়াইছিল। তেওঁলোকৰ ক্ষেত্ৰত, হাঙ্গেৰীয়ান শ্ৰমিক সকলে এতিয়া চেৰেপভেৎছৰ লো আৰু তীখা প্ৰকল্পৰ কাৰখানাত ব্যৱহাৰ হোৱা ক্ৰেণৰ কাৰণে ইলেকট্ৰনিক আহিলাপাতি সৰবৰাহ কৰিছিল। ছোভিয়েত ধাতু শ্ৰমিকসকলে মিছকল্‌কৰ তেওঁলোকৰ সহকৰ্মীসকলক ধাতুৰ টুকুৰা সৰু কৰাৰ কাৰণে এটা পদ্ধতি তৈয়াৰ কৰাত সহায় কৰিছিল। তেওঁলোকৰ হাঙ্গেৰীয়ান বন্ধু-সকলে আকাৰ ফাউণ্ড্ৰীলৈ এটা আকাৰ তৈয়াৰ হোৱা ধাতু সোনকালে ঠাণ্ডা কৰাৰ এটা "গোপন" প্ৰযুক্তিজ্ঞান হস্তান্তৰ কৰিছিল।

প্ৰতিষ্ঠানবোৰৰ মাজত পোনপটীয়া যোগাযোগৰ কাৰ্যকাৰিতা বৰ্তমানৰ কঠোৰ স্তৰত এটা নতুন আৰু উচ্চতৰ মানলৈ উঠিছে। এই যোগাযোগ সমাজতন্ত্ৰ আৰু আগবঢ়া প্ৰযুক্তিজ্ঞানৰ নিবিড় সংগতিৰ ধ্বনিৰ আধাৰত বিকশিত আৰু গভীৰতৰ হ'ব ধৰিছে। যিহেতু দ্ৰুততৰ কৰণৰ কাৰণে সংগ্ৰামৰ অগ্ৰগামী ৰেখা নিম্নতম উৎপাদন কোষৰ মাজেদি যায়, ছোভিয়েত আৰু হাঙ্গেৰীয়ান কাৰখানা, ৰলিং মিল আৰু দলৰ পোনপটীয়া যোগাযোগ প্ৰতিষ্ঠা কৰাৰ পৰিকল্পনা কৰা হৈছে।

এইটো আঙুলিয়াই দিয়া উচিত যে, পোনপটীয়া যোগাযোগে দ্বিপাক্ষিক চুক্তিৰ অংশ গ্ৰহণকাৰীসকলক আন্তৰ্জাতিক আইনগত চৰিত্ৰৰ দায়বদ্ধতাক ঘৰুৱা জাতীয় লক্ষ্যলৈ পৰিবৰ্তন কৰাত সহায় কৰে অৰ্থাৎ ৰাষ্ট্ৰীয় স্তৰত কৰা আৰু প্ৰতিষ্ঠানৰ স্তৰত কৰা সিদ্ধান্তৰ মাজত সাঁকো তৈয়াৰ কৰে। জনা কথা যে এইটো সহযোগৰ সকলোতকৈ কঠিন কাম।

১৯৮৭ আৰু ১৯৮৮ চনৰ মাজত চি এম ই এ দেশবোৰত পোনপটীয়া সংযোগত যোগ দিয়া প্ৰতিষ্ঠান আৰু সংগঠনৰ সংখ্যা ৭০০ হৈছে গৈ ; বহু ডজন যুটীয়া উদ্যোগ

ইতিমধ্যেই কার্য্যকৰী হৈ আছে, যাৰ সাতোটা ছোভিয়েত অঞ্চলত অৱস্থিত ; ৮০ টাৰ বেছি আন্তর্জাতিক সংস্থা আৰু সংগঠন প্রতিষ্ঠা কৰা হৈছে।

আন ছি এম ই এ দেশবোৰৰ দৰেই ছোভিয়েত ইউনিয়নে একেধৰণৰ বিদেশী প্রতিষ্ঠানৰ লগত যুটীয়া উৎপাদন কাম কাজৰ আৰু বিকাশৰ কাৰণে সাংগঠনিক, অর্থ নৈতিক আৰু আইনগত ভিত্তিৰ ওপৰত বিশেষ প্রস্তাৱ গ্রহণ কৰিছে।

এনেকুৱা সংযোগৰ ফলত দুয়োটা অংশীদাৰেই লাভ কৰিব।

উদাহৰণ স্বৰূপে গৃহ নির্মাণৰ কাৰণে প্রিফেব্রিকেটেড্ গোট নির্মাণ কৰা বার্লিনৰ এটা কাৰখানাৰ এদল শ্রমিকে মস্কোৰ একে ধৰণৰ এটা কাৰখানাৰ ( নং ২ ) পৰা এটা ৱেল্‌ডিং প্রযুক্তিবিদ্যা ধাৰ কৰিছে ; ই বছৰি প্রায় ছয় নিযুত মার্কৰাহী কৰাটো সম্ভৱ কৰিছে। বুলগেৰিয়ান অর্থনীতিবিদ সকলৰ মতে ছোভিয়েত নগৰ ৰিগাৰ ৰিগাছেলমাছ কাৰখানাৰ পৰা লোৱা আগবঢ়া প্রযুক্তিবিদ্যা প্রয়োগ কৰাৰ দ্বাৰা বুলগেৰিয়াৰ ৰুছেৰ ডিমিট্রভ কৃষিযন্ত্রপাতি উৎপাদন কাৰখানাই বছৰি ২৫০০০ লেভ্ ৰাহী কৰিছে। জার্মান গণতান্ত্রিক প্রজাতন্ত্রৰ এৰফার্টৰ কাপোৰৰ কল আৰু হাঙ্গেৰীৰ দেব্রিছেনৰ লগত সহযোগিতাৰ কাৰণে ছোভিয়েত লিথুৱানিয়াৰ লেলিজা কাপোৰ উৎপাদন সংস্থাই বছৰি ১৫০,০০০ ৰুবলৰ অধিক ৰাহী কৰিছে।

পোনপটীয়া যোগাযোগৰ বিকাশে কেৱল বাণিজ্যিক লেনদেন বৃদ্ধিতকৈ, দুয়ো অংশীদাৰৰ প্রতি বেছি প্রকৃত সুবিধা প্রদান কৰে। এইটো প্রধানকৈ লাভ কৰা হয় আগবঢ়া প্রযুক্তিজ্ঞানৰ সূচনা কৰাৰ ভিতৰেদি, উৎপন্ন বস্তুৰ গুণ উচ্চতৰ কৰা আৰু সম্পদ আৰু বৈদ্যুতিক শক্তিৰ ব্যৱহাৰ কম কৰাৰ ভিতৰেদি যিবিলাক আজি শ্রম সমাহাৰবোৰৰ কাৰণে কেন্দ্রীয় প্রশ্ন। পোনপটীয়া সংযোগৰ কাৰণে, সমাজতান্ত্রিক দেশ বোৰে তেওঁলোকৰ উমৈহতীয়া সমস্যাবোৰ বেছি দক্ষতাৰে সমাধান কৰিব পাৰে।

উদাহৰণ স্বৰূপে, এটা "২৫০০" ৰলিং মিলৰ যুটীয়া নির্মাণৰ কাৰণে চুক্তিয়ে চেকোশ্লোভাকিয়া ভিৎকভিছ সংস্থা আৰু ছোভিয়েত ইউনিয়নত নভক্রামাৎবস্ক্ যন্ত্র তৈয়াৰ কৰা কাৰাখানাই সা-সুবিধা লাভ কৰাটো সম্ভৱ কৰিছে, যাৰ কামে ২০০০ চনৰ প্রয়োজনীয়তা পূৰণ কৰিবলৈ সক্ষম হ'ব।

## সহযোগৰ ব্যৱস্থাৰ উন্নতি সাধন

দ্রুত প্রযুক্তিবিদ্যাগত পৰিবর্তনে আনকি যেতিয়া বিষয়টো এখন দেশৰ, ধৰক ছোভিয়েত ইউনিয়নৰ প্রতিষ্ঠানৰ লগত জড়িত, নমনীয়তা আৰু সিদ্ধান্ত গ্রহণত তৎপৰতা দাবী কৰে। যদিও, আধুনিক প্রযুক্তিজ্ঞানে এনে সমস্যা উত্থাপন কৰে বিবোৰ

কেৱল বিভিন্ন দেশৰ সমস্ত সংখ্যক প্ৰতিষ্ঠান আৰু সংগঠনৰ যুটীয়া প্ৰচেষ্টাৰ দ্বাৰাহে সমাধান কৰিব পাৰি। আন্তৰ্জাতিক উৎপাদন সহযোগ প্ৰযুক্তিজ্ঞানৰ প্ৰগতিৰ কাৰণে এটা মূল প্ৰয়োজনীয়তা হৈ পৰিছে। এই অৱস্থাত সিদ্ধান্ত গ্ৰহণ কৰা পদ্ধতিৰেই গুণগত পৰিবৰ্তন সূচনা কৰা আৱশ্যক।

অতীতৰ দশক কেইটাত পৰিকল্পনাৰ সমন্বয় সাধনৰ পথত চৰকাৰী স্তৰত গ্ৰহণ কৰা সিদ্ধান্ত সমূহেই ছি এম ই এ দেশবোৰৰ পাৰস্পৰিক যোগাযোগ নিয়ন্ত্ৰণ কৰাৰ আৰু শ্ৰম বিভাজন প্ৰক্ৰিয়াক প্ৰভাৱান্বিত কৰাৰ প্ৰধান আহিলা আছিল। আজি কিন্তু, প্ৰযুক্তিজ্ঞানৰ প্ৰগতিয়ে দাবী কৰে যে উৎপাদন সহযোগত পোনপটীয়া অংশ গ্ৰহণকাৰীসকলক অৰ্থাৎ প্ৰতিষ্ঠানসমূহক সিদ্ধান্ত গ্ৰহণ কৰাৰলৈ আনিব লাগিব। সেইবোৰৰ সংযোগে খৰচ হিচাপৰ ভিত্তিত দীৰ্ঘম্যাদী চুক্তিগত সম্পৰ্কৰ ৰূপ লৈছে। বিশেষীকৰণৰ সংখ্যাগত পৰিমাণ আৰু চৰ্ত উৎপাদন সহযোগৰে কেৱল সমন্বয় সাধন কৰাই নহয়, লগতে ভালেমান বাণিজ্যিক প্ৰশ্ন ও যেনে দাম, ঋণৰ যোগান আৰু আন বহুতো।

চলি থকা ক্ৰিয়া প্ৰক্ৰিয়াৰ ৰূপৰো উন্নতি হৈছে। উদাহৰণ স্বৰূপে ধৰক, অৰ্থনৈতিক বিকাশৰ জাতীয় পৰিকল্পনাৰ সমন্বয় সাধন। বিশেষীকৰণ আৰু সহযোগকে ধৰি প্ৰধান কৌশলগত ক্ষেত্ৰবোৰত প্ৰচেষ্টা কেন্দ্ৰীভূত কৰাটো সুবিধাজনক। এতিয়া যিহেতু বহুতো নিৰ্দিষ্ট প্ৰশ্ন খৰচ হিচাপৰ ভিত্তিত কাম কৰা নিম্ন-স্তৰৰ অৰ্থনৈতিক সংযোগবোৰৰ দ্বাৰা সমাধান কৰা হৈছে, অৰ্থনৈতিক বিকাশৰ জাতীয় পৰিকল্পনাৰ সমন্বয় সাধন কৰাৰ কাৰণে দায়িত্বত থকা সংস্থাবোৰে বেছি সাধাৰণ সমস্যাবোৰত যেনে হিচাপ আৰু পাৰস্পৰিক যোগান ভাৰসাম্যপূৰ্ণ কৰা, যুটীয়া কাৰ্য্যকলাপৰ সম্ভাৱনাপূৰ্ণ ক্ষেত্ৰবোৰ নিৰ্দিষ্ট কৰা ইত্যাদিত তেওঁলোকৰ মনোযোগ দিবলৈ এটা সুযোগ পাইছে।

গণতান্ত্ৰিক কেন্দ্ৰীকৰণৰ লেনিনবাদী নীতিৰ ওপৰত প্ৰতিষ্ঠিত আন্তৰ্জাতিক সমাজতান্ত্ৰিক উৎপাদন সম্পৰ্ক চৰিত্ৰায়িত হৈছে প্ৰধান, মৌলিক আৰু আৱশ্যকীয় প্ৰশ্নবোৰত ঐক্য আৰু বিশদ আৰু স্থানীয় নিৰ্দিষ্ট প্ৰশ্নত বিভিন্নতাৰ দ্বাৰা আৰু তলৰ পৰা মুক্ত আৰু বাধাহীন উদ্যোগ বিকাশৰ দ্বাৰা। ইয়াতেই আন্তৰ্জাতিক অৰ্থনৈতিক সহযোগৰ সাৰমৰ্ম সোমাই আছে, ৰাষ্ট্ৰীয় স্তৰত সিদ্ধান্ত গ্ৰহণে বিকাশৰ সাধাৰণ ৰণকৌশল আৰু সাধাৰণভাৱে অৰ্থনৈতিক নীতিৰ সমন্বয় সাধন আদি কাম কৰে; আনহাতে পোনপটীয়া সংযোগৰ কাৰণে উৎপাদনত এই নীতিসমূহ কাৰ্য্যকৰী কৰিবৰ কাৰণে প্ৰচণ্ড শক্তি একত্ৰ আৰু শক্তিশালী কৰা হয়। পিছৰটো পাৰস্পৰিক যোগানকে ধৰি বিভিন্ন ধৰণৰ উৎপাদন যোগাযোগৰ লগত জড়িত। ই অপৰিহাৰ্য্যভাৱে দেশ-

বোৰৰ মাজত লেনদেনৰ ভাৰসাম্য নিৰ্ণয়কাৰী যোগান হ'ব নালাগে, আনকি যদিও, সেইবিলাক বিশেষ উৎপাদন গোট, প্ৰতিষ্ঠান বা সংস্থাৰ কাৰণে গুৰুত্বপূৰ্ণ। এই হস্তান্তৰসমূহে সামগ্ৰী, যন্ত্ৰপাতি আৰু কাৰিকৰী সেৱাৰ ডাঙৰ সোঁত সৃষ্টি কৰে যিটো সমাজতান্ত্ৰিক দেশবোৰৰ বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদ্যাগত প্ৰগতি দ্ৰুততৰ কৰাৰ কাৰণে আৰু দেশবোৰৰ মাজত সহযোগ গভীৰতৰ কৰাৰ কাৰণে শক্তিশালী পুঁজি।

তদুপৰি, পোনপটীয়া সংযোগে অংশীদাৰসকলক দক্ষতাৰে আৰু ব্যৱসায় সুলভভাৱে, ৰঙা. ফিটা আৰু বিভিন্ন ওপৰৰ সংস্থাবোৰলৈ অতি সাৱধানী সোপৰ্দ নোহোৱাকৈ, সহযোগ কৰিবলৈ সমৰ্থ কৰি সময়ৰ প্ৰকৃত আৰু যথেষ্ট ৰাহী কৰে।

সহযোগৰ এটা ৰূপ হিচাপে অৰ্থনৈতিক নীতিৰ সমন্বয়েও এটা মূলগতভাৱে নতুন ভূমিকা পালন কৰিব লগীয়া হয়। ইয়াৰ অৰ্থ হ'ল পাৰস্পৰিক স্বাৰ্থৰ প্ৰধান অৰ্থনৈতিক সমস্যাসমূহ সমাধান কৰিবলৈ সামূহিক ভিত্তিত পথ নিৰ্দ্ধাৰণ কৰা, যিবিলাক সমস্যা ভাতৃত্বসুলভ দেশবোৰৰ প্ৰত্যেকেই দূৰ ভৱিষ্যতৰ কাৰণে অৰ্থনৈতিক বিকাশ আৰু সহযোগ আৰু লগে লগে বিজ্ঞান, প্ৰযুক্তিজ্ঞান, বস্তুগত উৎপাদন আৰু মূলধনী নিৰ্মাণৰ ধাৰা নিৰ্ণয় কৰাৰ কাৰণে অত্যন্ত তাৎপৰ্য্যপূৰ্ণ।

সমাজতান্ত্ৰিক অখণ্ডিকৰণৰ বিকাশৰ আধুনিক স্তৰত, অৰ্থনৈতিক নীতিৰ সমন্বয় সাধন নিৰ্দ্দিষ্ট জাতীয় অৰ্থনৈতিক সমস্যাসমূহ সমাধান কৰাৰ গুৰুত্বপূৰ্ণ আহিলা হৈ পৰিছে। এই নীতি সমূহক বেছি পৰিমাণে লক্ষ্য-নিৰ্ণিত কৰা হৈছে, সেইবোৰৰ মৌলিক লক্ষ্য হৈছে পাৰস্পৰিক গ্ৰহণযোগ্য সিদ্ধান্ত সমূহীয়াভাৱে তৈয়াৰ কৰিবৰ কাৰণে এটা নিৰ্ভৰশীল পদ্ধতি প্ৰতিষ্ঠা কৰা আৰু সেইবোৰ পূৰণ কৰাৰ ওপৰত যুটীয়া নিয়ন্ত্ৰণ চলোৱা।

সমাজতান্ত্ৰিক দেশবোৰৰ মাজত যোগাযোগৰ এনে এটা কাৰ্য্যকৰী ৰূপৰ বিশেষ উল্লেখ কৰা উচিত, যেনে, অৰ্থনৈতিক বিকাশৰ কৌশলৰ সমন্বয় সাধনৰ কাৰণে উচ্চ পাৰ্টি আৰু ৰাষ্ট্ৰনেতাসকলৰ নিয়মীয়া সভাসমূহ। অৰ্থনৈতিক প্ৰশ্নত আন্তঃপাৰ্টি ক্ৰিয়া প্ৰক্ৰিয়াৰ অন্যান্য ৰূপবোৰৰ ওপৰতো বেছি পৰিমাণৰ গুৰুত্ব দিয়া হৈছে যিবোৰে অংশীদাৰসকলৰ কাৰণে অহা পাঁচ আৰু দহবছৰৰ কাৰণে আৰু বেছি দূৰ ভৱিষ্যতৰ কাৰণে লক্ষ্য নিৰ্ধাৰণ কৰাটো সম্ভৱ কৰে।

উচ্চস্তৰৰ পাৰ্টি সভাতে সমাজতান্ত্ৰিক গোষ্ঠীৰ অৰ্থনৈতিক অখণ্ডিকৰণৰ পথ আৰু পদ্ধতি মৌলিক ভাৱে সংশোধন কৰিবলৈ আৰম্ভ কৰা হ'ল, ছি এম ই এৰ ৪৩ তম অধিবেশনে ১৯৯১-২০০৫ চনৰ সময়ছোৱাৰ কাৰণে আন্তৰ্জাতিক শ্ৰমবিভাজনৰ এটা সামূহিক ধাৰণা তৈয়াৰ কৰাৰ ওপৰত, সহযোগৰ সমগ্ৰ ব্যৱস্থাটোৰ ক্ষেপে ক্ষেপে নবীকৰণৰ ওপৰত এটা সিদ্ধান্ত গ্ৰহণ কৰিছিল। এই দলিলে ছি এম ই এ

দেশবোৰক অৰ্থনৈতিক বিকাশৰ পৰিকল্পনা তৈয়াৰ কৰাত আৰু সহযোগে আগবঢ়োৱা সম্ভাৱনা আৰু নিহিত শক্তি সঠিকভাৱে হিচাপ কৰাত সহায় কৰিব, সমাজতান্ত্ৰিক দেশবোৰে এটা সমূহীয়া ধাৰণা সৃষ্টিৰ কাৰণে তেওঁলোকৰ প্ৰচেষ্টা, বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ বিপ্লৱৰ চাহিদা বিবেচনাত ৰাখি, বিশেষীকৰণৰ চেহেৰা আৰু তেওঁলোকৰ জাতীয় অৰ্থনীতিৰ গঠন উন্নত কৰাৰ পথ অন্বেষণ কৰাৰ লগত সংযোজিত কৰে। এই ধাৰণাত বস্তুগত উৎপাদনৰ ক্ষেত্ৰত বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰগতিৰ কাৰণে সামগ্ৰিক কাৰ্য্যসূচী ৰূপায়ণ কৰাৰ এক কাৰ্যকৰী আহিলা আছে।

এই ধাৰণাই এটা পৰিষ্কাৰ উত্তৰ দিব লাগিব কেনেকৈ সমাজতান্ত্ৰিক দেশবোৰে বৰ্তমানৰ অৱস্থাত সিবিলাকৰ বাণিজ্যৰ পৰিমান বঢ়াব আৰু পাৰস্পৰিক বাণিজ্য আৰু অৰ্থনৈতিক সম্পৰ্কৰ সম্ভাৱনা উন্নত কৰিব। ধাৰণাটোৱে শ্ৰম বিভাজনৰ নতুন আহিলৈ সলনি কাৰ্য্যকৰী কৰিব লাগিব যাৰ দ্বাৰা বাণিজ্যৰ পৰিমাণৰ আৰু তৈয়াৰী সামগ্ৰীৰ কাৰণে কেঁচামালৰ বিনিময়ৰ ওপৰত নহয় কিন্তু ব্যাপক আন্তঃখণ্ডীয় উৎপাদন সহযোগৰ ওপৰত।

ছি এম ই এ সদস্য দেশবোৰৰ মাজত পাৰস্পৰিক ক্ৰিয়াপ্ৰক্ৰিয়াৰ ব্যৱস্থা উন্নত কৰাৰ সমস্যা সম্পৰ্কে সহযোগৰ পৰম্পৰাগত ৰূপ, সবাতোপৰি যুটীয়া পৰিকল্পনা কৰাৰ ধৰণৰ গভীৰ পৰিৱৰ্তন হ'ব ধৰিছে এই কথা উল্লেখ কৰা প্ৰয়োজন।

মূলতঃ আজি জাতীয় অৰ্থনৈতিক বিকাশ পৰিকল্পনাৰ সমন্বয় সাধনে আন্তৰ্জাতিক প্ৰচেষ্টাৰ ব্যাপক হাৰ সূচাইছে যাৰ প্ৰক্ৰিয়াত উৎপাদন বিশেষীকৰণ আৰু সহযোগ সম্পৰ্কীয় ২০০ পৰ্য্যন্ত চুক্তি স্বাক্ষৰিত হৈছে। কোৱা অনাৱশ্যক যে এইটো হ'ল অত্যাধুনিক যন্ত্ৰপাতি উৎপাদন সম্পৰ্কে।

চুক্তিসমূহ স্বাক্ষৰ কৰাৰ পিছত, পৰিকল্পনা আৰু নিৰ্দিষ্ট পৰিচালনা সংগঠনবোৰে জাতীয় অৰ্থ নৈতিক পৰিল্পনাক উচ্চস্তৰত যুটীয়াভাৱে গ্ৰহণ কৰা পৰামৰ্শাৱলীৰ লগত সঙ্গতি ৰাখি উৎপানৰ সংগঠনলৈ পুনৰমুখী কৰাৰ কাম কৰে। প্ৰধানতঃ ভাতৃ-সুলভ দেশবোৰৰ প্ৰয়োজনীয়তা পূৰণ কৰাৰ কাৰণে অত্যন্ত আধুনিক সামগ্ৰীৰ উৎপাদনৰ লগত ই জড়িত।

ছি এম ই এ দেশবোৰে প্ৰস্তাৱ কৰা আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰম বিভাজনৰ বাছনি, কাৰিকৰী আৰু অৰ্থনৈতিক দৃষ্টিভঙ্গীৰপৰা বেছি ভালকৈ বাস্তৱ ৰূপ দিয়াৰ কাৰণে, বেছি সঠিকভাৱে সহযোগৰ অৰ্থনৈতিক চৰ্তসমূহ যেনে দাম, যোগানৰ চৰ্ত, নিয়ন্ত্ৰণ কৰাৰ পদ্ধতি আৰু শাস্তি বিহা ইত্যাদি বেছি সঠিকভাৱে বিবেচনা কৰিবলৈ কাম চলি আছে।

জাতীয় অৰ্থ নৈতিক পৰিকল্পনাৰ সমন্বয় সাধনৰ ব্যৱস্থা উন্নত কৰাৰ অগ্ৰাধিকাৰ

প্ৰাপ্ত সমস্যাসমূহৰ ভিতৰত আছে পুঁজি নিয়োগৰ সমন্বয় সাধন। বৰ্ত্তমানে, ই সৰ্বপ্ৰথমতে ছি এম ই এ দেশবোৰে নিৰ্বাচন কৰা মূল, অগ্ৰাধিকাৰ প্ৰকল্পসমূহ সামৰি লৈছে। অথণ্ডিকৰণৰ দায়বদ্ধতা পূৰণ কৰাৰ খাতিৰত পুঁজি নিয়োগৰ সমন্বয় সাধনৰ ক্ষেত্ৰ সম্প্ৰসাৰিত কৰিবলৈ কৰ্ত্তব্য স্থিৰ কৰা হৈছে।

## দীৰ্ঘম্যাদী পৰিকল্পনা

যোৱা ১৫ বছৰত যুটীয়া পৰিকল্পনাত সমাজতান্ত্ৰিক অৰ্থনৈতিক অথণ্ডিকৰণ সহযোগিতাই নতুন ৰূপ লৈছে। অতিবেছি গুৰুত্বপূৰ্ণ উদ্যোগ আৰু উৎপাদনৰ ধৰণত যুটীয়া দীৰ্ঘম্যাদী পৰিকল্পনাই অত্যন্ত গুৰুত্ব লাভ কৰিছে। এই লক্ষ্যত, দীৰ্ঘম্যাদী লক্ষ্য নিৰ্দেশিত কাৰ্যসূচী আৰু দ্বিপাক্ষিক দীৰ্ঘম্যাদী অৰ্থনৈতিক, বৈজ্ঞানিক প্ৰযুক্তি জ্ঞান সম্পৰ্কীয় সহযোগৰ কাৰ্যসূচী তৈয়াৰ আৰু কাৰ্যকৰী কৰা হৈছে।

দীৰ্ঘম্যাদী কাৰ্যসূচীবোৰ সামগ্ৰিক চৰিত্ৰৰ অৰ্থাৎ ছি এম ই এ জাতীয় অৰ্থনীতি-বোৰক বিশেষ অৰ্থনৈতিক খণ্ডৰ গভীৰ বিকাশলৈ নিৰ্দ্দেশিত কৰোতে, সেইবিলাকে বিজ্ঞান, প্ৰযুক্তিজ্ঞান, উৎপাদন আৰু বিনিময়ৰ প্ৰাসঙ্গিক ক্ষেত্ৰবোৰ সামৰি লয়। সেইবিলাকে, ছি এম ই এ দেশবোৰক ব্যক্তিগত অৰ্থনৈতিক খণ্ডবোৰক যুক্তিসঙ্গত-ভাৱে ৰূপ দিবলৈ আৰু উৎপাদনৰ দক্ষতা আৰু গুণ বঢ়াবলৈ সহায় কৰে। বিশেষ ভাৱে, তেওঁলোকৰ ২০০০ চন পৰ্যন্ত সক্ৰিয় হোৱাৰ কাৰণে দীৰ্ঘম্যাদী অৰ্থনৈতিক, বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদ্যাগত সহযোগৰ কাৰ্যসূচী চহী কৰোতে ছোভিয়েত ইউনিয়ন আৰু সমাজতান্ত্ৰিক ৰোমানিয়া প্ৰজাতন্ত্ৰই তলত দিয়া ধৰণে কাম কৰিবলৈ সন্মত হৈছিল :

—যুটীয়া গৱেষণা আৰু বিকাশৰ উচ্চ গুণ নিশ্চিত কৰাৰ কাৰণে বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদ্যাগত সহযোগৰ ব্যৱস্থাবোৰ কাৰ্যকৰী কৰোতে ; যন্ত্ৰপাতি, সা-সুবিধা আৰু আহিলাৰ বিকাশ আৰু নিৰ্মাণ কৰোতে উচ্চ স্তৰৰ বিশ্বমানদণ্ড লাভৰ কাৰণে বিশেষ মনোযোগ দিবলৈ ;

—যুটীয়া গৱেষণা, বিকাশ, নিৰ্মাণ, বিক্ৰী আৰু মেৰামতিকে ধৰি সামগ্ৰিক সহযোগ আৰু বেছি ব্যাপকভাৱে আৰম্ভ কৰিবলৈ ;

—পুঁজিবাদী দেশবোৰৰ পৰা আমদানী কৰা বোৰৰ নিচিনা যন্ত্ৰপাতি আৰু আহিলাৰ উৎপাদন ব্যৱস্থা তৈয়াৰ আৰু সংগঠিত কৰাৰ ক্ষেত্ৰত সহযোগ আৰু বিকাশ কৰিবলৈ ;

—ব্যাপক উৎপাদন আৰু সম্পূৰ্ণ কাৰখানা, গোট আৰু অতিৰিক্ত অংশ যোগান

আৰম্ভ কৰাৰ দ্বাৰা, আৰু নিয়োগ আহিলাৰ একো একোটা অংশ তৈয়াৰ কৰাৰ কাৰণে উৎপাদন কাৰ্যসূচীক যুক্তিসঙ্গতভাৱে ভাগ কৰাৰ দ্বাৰা উৎপাদন সহযোগৰ আৰু বিকাশৰ কাৰণে কাম চলাই থাকিবলৈ।

অৰ্থনৈতিক আৰু বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদ্যাগত সহযোগৰ ছোভিয়েত-ৰোমানিয়ান দীৰ্ঘম্যাদী কাৰ্যসূচীৰ পৰা এই চমু উদ্ধৃতিয়ে দ্বিপাক্ষিক সহযোগৰ কৰ্তব্যৰ প্ৰগাঢ়তা আৰু পৰিধি প্ৰমাণ কৰে।

ছি এম ই এ দেশবোৰৰ এই প্ৰচেষ্টাসমূহে উচ্চ গুণৰ আৰু বস্তুৰ উৎপাদনত যথেষ্ট পৰিমাণৰ বৃদ্ধি আৰু নতুন প্ৰযুক্তিজ্ঞানৰ ব্যাপক ব্যৱহাৰ আশা কৰে। কিন্তু যিটো আৱশ্যক সেইটো কেৱল পৰিমাণগত বৃদ্ধি নহয়। অত্যন্ত গুৰুত্বৰ কথা হ'ল উৎপাদনৰ উন্নত গুণ। উদাহৰণস্বৰূপে, চলিত পাঁচ বছৰীয়া পৰিকল্পনাত ছি এম ই এ দেশবোৰত যান্ত্ৰিক ইঞ্জিনিয়াৰিঙক মূলতঃ নতুন পুৰুষৰ যন্ত্ৰ আহিলা বিশেষকৈ সেইবিলাক যিবিলাক ইলেকট্ৰনিক কাৰ্যসূচী নিয়ন্ত্ৰণৰ সুবিধা সম্পন্ন, তৈয়াৰ কৰাৰ ফালে নিৰ্দ্দেশিত কৰা হৈছে।

অৰ্থনৈতিক, বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদ্যাগত সহযোগৰ তেওঁলোকৰ দ্বিপাক্ষিক দীৰ্ঘম্যাদী কাৰ্য্যসূচীত থকা, দেশবোৰৰ দায়বদ্ধতাৰ জাতীয় পাঁচ বছৰীয়া অৰ্থনৈতিক বিকাশৰ পৰিকল্পনাৰ ওপৰত পোনপটীয়া প্ৰভাৱ আছে, যিবিলাকে সেইবোৰ পূৰণৰ ব্যৱস্থা কৰে। যদিও এই কাৰ্য্যসূচীবোৰ দ্বিপাক্ষিক, ছোভিয়েত ইউনিয়নে কৰবলৈ গ'লে সেইবোৰৰ সকলোতে অংশ গ্ৰহণ কৰাৰ ঘটনাই এই কাৰ্য্যসূচীবোৰক প্ৰকৃততে বহু পাক্ষিক সংযোগ সূত্ৰ কৰি তুলিছে। তদুপৰি, ইউৰোপীয় ছি এম ই এ সদস্য দেশবোৰ আৰু ছোভিয়েত ইউনিয়নৰ মাজত উৎপাদন, প্ৰযুক্তি জ্ঞানগত আৰু অৰ্থনৈতিক যোগাযোগৰ সৰ্বমুঠে সকলো ধৰণৰ আন্তৰ্জাতিক উৎপাদন বিশেষীকৰণ আৰু সহযোগৰ ভিত্তিত বিকাশ হোৱা এটা আন্তৰ্জাতিক উৎপাদন গাঁথনিৰ গঠনৰ ফালে আগুৱাই গৈছে।

প্ৰধান পাৰস্পৰিক সহযোগৰ প্ৰচেষ্টাসমূহ বহু পাক্ষিক অখণ্ডিকৰণ ব্যৱস্থাৰ এক সমন্বিত পৰিকল্পনাত সন্নিৱিষ্ট কৰা হৈছে। ইন্ধন আৰু বিদ্যুৎ শক্তি যোগানৰ সমস্যাৰ সমাধান সেইবোৰৰ এটা। ছি এম ই এ দেশবোৰে ভালেমান বৃহৎ প্ৰকল্পৰ নিৰ্মাণত সহযোগ কৰে, যুটীয়া প্ৰচেষ্টাৰ দ্বাৰা পাৰমাণৱিক শক্তি কাৰখানাৰ ক্ষমতা বৃদ্ধি কৰে আৰু শক্তি আৰু বস্তুগত সম্পদ ৰাহি কৰাৰ উদ্দেশ্যত পৰিকল্পিত ব্যৱস্থা কাৰ্য্যকৰী কৰে।

আগ্ৰহী দেশবোৰৰ দ্বাৰা ছোভিয়েত ইউনিয়নৰ কাস্পিয়ান নিম্ন ভূমিত তেল আৰু গেছৰ ভাণ্ডাৰৰ বিকাশ আৰু কিউবা প্ৰজাতন্ত্ৰৰ নিকেল আৰু কোবাল্ট-মিশ্ৰিত

সামগ্ৰী তৈয়াৰ কৰা এটা কাৰখানাৰ নিৰ্মাণ হ'ল এনেকুৱা বৃহৎ যুটীয়া প্ৰকল্পৰ দুটা। সমাজতান্ত্ৰিক গোষ্ঠী দেশবোৰৰ ঐক্যবদ্ধ শক্তি গ্ৰীড্ আৰু সম্প্ৰসাৰিত কৰা হৈছে। আন আন ডাঙৰ সংহত প্ৰকল্প ছোভিয়েত অঞ্চলত নিৰ্মাণ কৰা হব। সেইবোৰৰ উৎপাদন সামগ্ৰীৰ অংশ ভাতৃসুলভ সমাজতান্ত্ৰিক দেশবোৰলৈ সৰবৰাহ কৰা হ'ব। এই প্ৰকল্পবোৰৰ ভিতৰত আছে ইয়ামবাৰ্গ গেছ পথাৰৰ ( উত্তৰ পশ্চিম ছাইবেৰিয়াৰ বিখ্যাত উৰেনগইৰ উত্তৰত সুমেৰু অঞ্চলীয় তুন্দ্ৰাত ) বিকাশ আৰু ইয়ামবাৰ্গ ছোভিয়েত ইউনিয়ন আৰু পশ্চিম সীমান্তলৈ মুঠ ৪৬০০ কিলোমিটাৰ দীৰ্ঘৰ গেছ পাইপ লাইন নিৰ্মাণ। ইতিমধ্যেই এহাতেদি ছোভিয়েত ইউনিয়ন আৰু আনহাতেদি বুলগেৰিয়া, হাঙ্গেৰী, জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ আৰু চেকোশ্লোভাকিয়াৰ মাজত প্ৰাসঙ্গিক চুক্তি স্বাক্ষৰিত হৈছে। পাইপ লাইনটো কাৰ্য্যক্ষম হ'লে ইউৰোপীয় ছি এম ই এ দেশবোৰলৈ "নীলা ইন্ধন" যোগান প্ৰায় এক তৃতীয়াংশ বঢ়োৱাটো সম্ভৱ হ'ব।

জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ ৰোমানিয়া, ছোভিয়েত ইউনিয়ন আৰু চেকেশ্লোভাকিয়াই ক্ৰী ভই ৰগ্ আকৰ শোধন প্ৰতিষ্ঠান নিৰ্মাণত যুটীয়াভাৱে অংশ গ্ৰহণ কৰিছে। ই প্ৰতি বছৰে ৩০ নিযুত টন আকৰ খনন আৰু পৰিশোধন কৰিব আৰু ১২.৮ নিযুত টন লোহ আকৰ পেলেট তৈয়াৰ কৰিব বুলি আশা কৰা হৈছে। ছোভিয়েত অংশীদাৰ সকলে, তেওঁলোকৰ ভাগত, কাৰখানাটোৰ কিছুমান সা-সুবিধা সম্পূৰ্ণকৈ চমজাই দিয়াৰ ভিত্তিত নিৰ্মাণ কৰিব, যন্ত্ৰপাতি, আহিলা আৰু সামগ্ৰী আৰু লগে লগে ছি এম ই এৰ বাহিৰে আনদেশৰ পৰা কিনিবৰ কাৰণে যেতিয়া প্ৰয়োজন হয় বিনিময় যোগ্য মুদ্ৰা যোগান ধৰিব।

## জাতীয় আৰু আন্তৰ্জাতিকৰ সঙ্গতিপূৰ্ণ সম্পৰ্কৰ দিশত

ওপৰত উল্লেখ কৰা উদাহৰণবোৰে সমাজতান্ত্ৰিক গোষ্ঠীয়ে চলোৱা ঔদ্যোগিক নিৰ্মাণৰ পৰিসৰ সম্পৰ্কে এটা ধাৰণা দিয়ে। ইতিমধ্যেই উল্লেখ কৰাৰ দৰে, বৰ্তমান দিনৰ স্তৰত অৰ্থনৈতিক নীতিৰ সমন্বয় আৰু বৈজ্ঞানিক আৰু উৎপাদন সহযোগৰ ব্যাপক সম্প্ৰসাৰণক ( প্ৰতিষ্ঠানবোৰৰ মাজত পোনপটীয়া সংযোগ প্ৰতিষ্ঠাকে ধৰি ) এটা কেন্দ্ৰীয় ভূমিকা পালন কৰিবলৈ দিয়া হৈছে। আন হাতেদি, প্ৰতিষ্ঠান আৰু সংস্থাবোৰত বিশেষকৈ বৈদেশিক অৰ্থনৈতিক সম্পৰ্কত খৰচ-হিচাপ ব্যৱস্থাৰ আৰম্ভণিয়ে সমাজতান্ত্ৰিক দেশবোৰৰ কাৰণে ঘৰুৱা অৰ্থনৈতিক পৰিস্থিতিক আন্তৰ্জাতিক পৰিস্থিতিৰ লগত সঙ্গতিলৈ অনাটো আৰু লগে লগে উৎপাদন আৰু

উপভোগৰ মাজত ভাৰসাম্য লাভ কৰাটো বেছি সহজ কৰিছে। সাম্প্ৰতিক কাল পৰ্য্যন্ত সমাজতান্ত্ৰিক দেশবোৰৰ যিবিলাকৰ জাতীয় অৰ্থনীতিৰ আভ্যন্তৰিণ আৰু বৈদেশিক ভাৱে ভাৰসাম্য অনাৰ প্ৰচেষ্টা অকলশৰীয়া হৈ থকাটো সিবিলাকৰ সংযোগৰ এটা মূল ত্ৰুটি আছিল। ছি এম ই এ সদস্য দেশবোৰে সিবিলাকৰ অৰ্থনৈতিক পৰিচালনাৰ জাতীয় ব্যৱস্থা নিজৰ নিজৰ পথত বিকাশ কৰিছিল। আৰু এইটো যুক্তি সঙ্গত: প্ৰত্যেকখন ছি এম ই এ দেশৰ বাস্তৱ আৰু বিষয়ী অৱস্থা বিভিন্ন ধৰণৰ। অৱশ্যে সিবিলাকৰ অৰ্থনৈতিক পৰিচালনাৰ জাতীয় ব্যৱস্থা উন্নত কৰোতে ছি এম ই এ দেশবোৰে বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানগত প্ৰগতি আগবঢ়োৱাৰ এটা সামূহিক লক্ষ্য অনুসৰণ কৰে। কিন্তু এই লক্ষ্য লাভ কৰাৰ নিৰ্দিষ্ট পথ দেশে দেশে বেলেগ।

ব্যক্তিগত ছি এম ই এ দেশৰ নিৰ্দিষ্ট স্বাৰ্থ বিবেচনা কৰাটো সিবিলাকৰ অৰ্থনৈতিক পৰিচালনাৰ জাতীক পদ্ধতিক ওচৰ চপাই অনাৰ সাধাৰণ ধাৰাৰ বিপৰীতমুখে নাযায়।

ছি পি এচ ইউৰ কেন্দ্ৰীয় কমিটিৰ ১৯৮৫ চনৰ এপ্ৰিল মাহৰ পূৰ্ণাঙ্গ অধিবেশনৰ পৰা পৰিবৰ্তনবোৰ সম্পৰ্কত হাঙ্গেৰীয় কমিউনিষ্টসকলৰ নেতা জানচ কাদাৰে ১৯৮৭ চনৰ অক্টোবৰ উৎসৱ উদ্‌যাপন কালত ক্ৰেমলিনত হোৱা কমিউনিষ্ট আৰু শ্ৰমিক পাৰ্টিবোৰৰ প্ৰতিনিধিসকলৰ সভাত কৈছিল: "ছোভিয়েত ইউনিয়নত হোৱা পৰিৱৰ্তনসমূহে সকলো সমাজতান্ত্ৰিক দেশৰ দায়িত্বশীল ৰাজনৈতিক নেতাসকলক যান্ত্ৰিকভাৱে অনুকৰণ কৰিবলৈ নহয়, তাৰ বিপৰীতে, স্বাধীন চিন্তা আৰু ইখনে সিখনৰ অভিজ্ঞতাৰ সৃজনীশীল ব্যৱহাৰৰ কাৰণে উদ্গনি দিয়ে। উদাহৰণটো অনুসৰণ কৰাটো আৱশ্যক নহয়, এখন দেশৰ নিজৰ স্বাৰ্থৰ প্ৰতি পৰিষ্কাৰ সচেতনতা যিটোৱে ছোভিয়েত অভিজ্ঞতাৰ প্ৰতি যত্নশীল মনোযোগ দাবী কৰে। শেষপৰ্য্যন্ত, সমাধান অপেক্ষা কৰি থকা প্ৰশ্নসমূহ বহুদিশত একে বা একে ধৰণৰ।"*

সমাজতান্ত্ৰিক দেশবোৰৰ মাজত সহযোগৰ পদ্ধতি উন্নত কৰণৰ অৰ্থনৈতিক পৰিচালনাৰ জাতীয় ব্যৱস্থাৰ "ঐক্যবদ্ধ কৰণৰ" কোনো মিল নাই। অৱশ্যে, সহযোগ আৰু অৰ্থগুিকৰণৰ জাতীয় আৰু আন্তৰ্জাতিক পদ্ধতিৰ এটা পাৰস্পৰিক প্ৰভাৱ আছে। উদাহৰণ স্বৰূপে ধৰক, ছোভিয়েত ইউনিয়নত অৰ্থনৈতিক পৰিচালনা ব্যৱস্থাৰ পুনৰবিন্যাস যাৰ সম্পৰ্কে জানছ কাদাৰে কৈছিল। সন্দেহহীনভাৱে, সমাজতান্ত্ৰিক অৰ্থনৈতিক পৰিচালনাৰ কাৰ্য্যকলাপ আৰু সাংগঠনিক কাঠামোৰ সাজসজনি, অৰ্থনৈতিক পৰিচালনাৰ পদ্ধতিৰ আৱন্তণি আৰু ফলস্বৰূপে পৰিকল্পনা, বস্তুগত আৰু

* প্ৰাভদা, নৱেম্বৰ ৪, ১৯৮৭।

কাৰিকৰী যোগান, বিত্তীয় আৰু ঋণ ব্যৱস্থাত আমূল পৰিবৰ্তনে অৰ্থনৈতিক অথণ্ডিকৰণৰ বিকাশত প্ৰভাৱ পেলাব। ই কেৱল বৈদেশিক অৰ্থনৈতিক সম্পৰ্ক পৰিচালনাত উপযোগী সললনিৰ লগতে জড়িত নহয়। প্ৰক্ৰিয়াটো বহু বেছি বহল সৰ্বোতোপৰি ই পাৰস্পৰিক অৰ্থনৈতিক সংযোগৰ সাৰমৰ্মত প্ৰভাৱ পেলাব।

সহযোগৰ ৰূপৰ সললনিৰ সম্পৰ্কত, প্ৰথমতে লক্ষ্য-নিৰ্ণিত পৰিকল্পনাৰ সললনিৰ কথা আকৌ এবাৰ উল্লেখ কৰাৰ প্ৰয়োজন। পৰিকল্পনা কৰা প্ৰয়োজন ট্ৰেক্টৰক ট্ৰেক্টৰ হিচাপে যোগান ধৰাটো নহয়, নিৰ্দিষ্ট সমস্যা সমাধানৰ কাৰণে উদাহৰণ স্বৰূপে, শস্য, মাংস ইত্যাদিৰ উৎপাদন বৃদ্ধিৰ সম্বল হিচাপেহে। লক্ষ্য নিৰ্ণিত দৃষ্টিভঙ্গীৰ মহত্তম ফলাফল হ'ল প্ৰয়োজনীয় অংশ আৰু সামগ্ৰীৰ দ্ৰুত যোগান সামাজিক উৎপাদনৰ গভীৰতৰ কৰণৰ লগত একত্ৰ কৰাৰ সম্ভাৱনা। বা উদাহৰণ স্বৰূপে ধৰক, অৰ্থনৈতিক গোটবোৰৰ স্বাধীনতাৰ পৰিসৰ বৃদ্ধি কৰাৰ বিষয়টো। এনে অৱস্থাত অৰ্থনৈতিক সংগঠন বোৰে পোনপটীয়া সংযোগ স্থাপনৰ কাৰণে আৰু যুটীয়া প্ৰতিষ্ঠান আৰু সংস্থা স্থাপনৰ কাৰণে প্ৰচেষ্টা চলাইছে, যিটো উদ্দেশ্যৰ কাৰণে দীৰ্ঘ-ম্যাদী লক্ষ্য-নিৰূপিত পৰিকল্পনাৰ আৱশ্যক।

যিহেতু আমি ক'ব নোখোজো যে প্ৰতিষ্ঠানসমূহৰ মাজত পোনপটীয়া সংযোগ আৰু যুটীয়া প্ৰতিষ্ঠান প্ৰতিষ্ঠা আৰু ব্যাপকতৰ কাৰ্য্যসূচীত সেইবোৰৰ সংহতি অতি নিজৰ আছিল, সেয়ে আহক আমি কিছুমান বিৰোধৰ আলোচনা কৰোঁ।

বুলগেৰিয়া আৰু ছোভিয়েত ইউনিয়নে ইলেকট্ৰনিক ব্যৱস্থা আৰু মটৰ গাড়ীৰ কাৰণে সেইবোৰৰ অংশ তৈয়াৰ কৰিবলৈ যুটীয়া সংস্থা প্ৰতিষ্ঠা কৰিলে। দুয়োখন দেশতে মটৰগাড়ী উদ্যোগে বিশ্ব মানদণ্ড লাভ কৰিবলৈ অসমৰ্থ হ'ব যদিহে সেইবোৰক প্ৰয়োজনীয় ইলেকট্ৰনিক আহিলা পাতি যোগান ধৰা নহয়। লাদা আৰু অন্যান্য যাত্ৰীবাহী আৰু লৰী উন্নত কৰিবলৈ এক ব্যাপক আৰু অনবৰত নবীকৰণ কৰিব পৰা বিধৰ বস্তুৰ প্ৰয়োজন। এই বিলাকৰ ভিতৰত আছে প্ৰজ্জ্বলন নিয়ন্ত্ৰণ কৰিবলৈ আহিলা আৰু ব্যৱস্থা, ইন্ধনৰ ব্যৱহাৰ আৰু অপকাৰী গেছৰ নিৰ্গত কৰাটো কমাবৰ কাৰণে, সৰ্বোচ্চ মিতব্যয়ী আৰু নিৰাপদ পৰিচালনাৰ ধৰণ বাছিলোৱাত সহায় কৰিবলৈ কম্পিউটাৰ, মটৰগাড়ীৰ যন্ত্ৰলোৱা কেন্দ্ৰৰ কাৰণে ত্ৰুটি চিনাক্তকৰণৰ আহিলা আৰু আন বহুতো বিশেষজ্ঞ আৰু অৰ্থনৈতিক পৰিচালক, মন্ত্ৰণালয় আৰু বিভাগৰ বিশেষ মনোযোগ আকৰ্ষণ কৰা কথাটো হ'ল সংস্থা সমূহৰ মৌলিক ভাৱে নতুন এটা সাংগঠনিক কাঠামো, ছি এম ই এ কাঠামোৰ ভিতৰত প্ৰতিষ্ঠা কৰা প্ৰথম যুটীয়া উদ্যোগ।

পক্ষকেইটাই অংশ গ্ৰহণকাৰী সকল নিৰ্দিষ্ট কৰিছিল—ছোভিয়েত মটৰ শিল্প মন্ত্ৰণালয় আৰু বুলগেৰিয়াৰ বৃহত্তম এলপ্ৰম ইলেকট্ৰনিক সংস্থা। কাৰখানাৰ

কর্তৃত্বপ্ৰাপ্ত পুঁজিত তেওঁলোকে কোটি কোটি ৰুবলৰ সমান পুঁজি নিয়োগ কৰিব লাগে। নতুন প্ৰতিষ্ঠানটো সম্পূৰ্ণ স্বাধীন আৰু খৰচৰ হিচাপ আৰু পুঁজিৰ স্বনিয়োগ নীতিৰ ওপৰত নিৰ্মিত।

সাংগঠনিক প্ৰশ্নসমূহৰ দ্ৰুততম সমাধানত পাৰস্পৰিক স্বাৰ্থ সত্বেও ছোভিয়েত মন্ত্ৰণালয় আৰু এলপ্ৰম কঠোৰ বাধাৰ সন্মুখীন হ'ল। সেই পিছৰটোৰ সৃষ্টি কৰিলে দুয়োখন দেশৰ আওপুৰণি আইনে, যিবিলাকে বৰ্তমানৰ চাহিদা পূৰণ নকৰে আৰু লগে লগে যৌথ মূলধনী প্ৰতিষ্ঠানৰ কাৰ্য্যকলাপ সম্পৰ্কে মানদণ্ড সৃষ্টিকাৰী দলিলৰ অভাৱে। বিভিন্ন ছোভিয়েত আৰু বুলগেৰিয়ান অৰ্থনৈতিক পদ্ধতি আৰু দাম নিৰ্দ্ধাৰণ ব্যৱস্থা আৰু লগে লগে অৱশ্যে, বহুধৰণৰ অৰ্থনৈতিক, বিত্তীয় আৰু আইনগত বিষয়ৰ দক্ষতাপূৰ্ণ সমাধানত দুয়োখন দেশৰ সীমিত অভিজ্ঞতায়ো পৰিস্থিতিত প্ৰভাৱ পেলালে। যিহেতু দুয়োপক্ষই আন্তঃবিভাগীয় চুক্তি চহী কৰিবলৈ তেওঁলোকৰ প্ৰচেষ্টাত লেহেম গতিৰ আছিল, ১৯৮৬ চনত পৰীক্ষামূলক বস্তুৰ উৎপাদনৰ কৰ্তব্য পূৰণ কৰিবপৰা নহ'ল। ছোভিয়েত ইউনিয়নৰ নিৰ্দিষ্ট সময়ত দাম সম্পৰ্কে সিদ্ধান্তলৈ আহিব নোৱাৰাত সম্পূৰ্ণকাৰী অংশ যোগান ধৰাত দুমাহ পলম হ'ল ( প্ৰাৰম্ভিক দাম আছিল ২৮৫ ৰুবল আৰু চুড়ান্ত দাম হ'ল ১৩৭ ৰুবল )। পাৰস্পৰিক ভাৱে গ্ৰহণযোগ্য দাম নিৰ্ধাৰণৰ অনিশ্চয়তাই সমগ্ৰ প্ৰতিষ্ঠানটোকে ধ্বংস কৰিব পাৰিলে-হেঁতেন, যিয়েই নহওক বাহিৰৰ সৰবৰাহ কাৰীয়ে একে বস্তুকে কম দামত বিক্ৰী কৰিব পাৰিলেহেঁতেন।

প্ৰশ্নসমূহৰ তালিকা যাৰ ওপৰত দুয়োটা পক্ষই নিজৰ ত্ৰুটিৰ কাৰণে সময় নষ্ট কৰিলে, কবলৈ গলে দীঘলীয়া। আনকি য'দও যোগানৰ চৰ্তসমূহ বহু আগতেই স্থিৰ কৰা হৈছিল, বিশেষীকৃত কাৰখানাই প্ৰয়োজনীয় আহিলা সমূহ এতিয়াও পোৱা নাই আৰু আনকি এইটোও পৰিষ্কাৰ নহয় কেতিয়া আৰু ক'ৰপৰা এই আহিলা আহিব। অংশীদাৰসকলে এতিয়াও কৰ্তৃত্বপ্ৰাপ্ত পুঁজিত তেওঁলোকৰ ধন নিয়োগ কৰা নাই যিটোৱে সংস্থাটোৰ অৰ্থনৈতিক উদ্যোগত প্ৰতিকূল প্ৰভাৱ পেলাইছে। মটৰগাড়ী কাৰখানাৰ লগতে যিবোৰে তৈয়াৰী ইলেকট্ৰনিক আহিলা পাব লাগে যোগাযোগ এতিয়াও প্ৰতিষ্ঠা কৰা নাই। আৰু যেতিয়ালৈকে এনে যোগাযোগ প্ৰতিষ্ঠা কৰা নহয়, কোনেও বিশ্বাসী হ'ব নোৱাৰে যে গ্ৰাহক আৰু নিৰ্মাতা দুয়োটাই পৰস্পৰৰ স্বাৰ্থ পূৰণ কৰিব পাৰিব।

প্ৰায়েই বিভাগীয়তাবাদে—এটা সাধাৰণ অসুখ গুৰুত্বপূৰ্ণ প্ৰশ্নৰ সমাধান প্ৰভাৱান্বিত কৰে। তথাপিও, দুয়োটা পক্ষৰে তেওঁলোকৰ যুটীয়া উদ্যোগৰপৰা লাভ হয়, নহলে যুটীয়া উদ্যোগ প্ৰতিষ্ঠাৰ কোনো প্ৰয়োজন নাই।

ছোভিয়েত—বুলগেৰীয় যুটীয়া উদ্যোগৰ উদাহৰণে আংশিকভাৱে দুয়োখন দেশে সমাধান কৰিবলৈ চেষ্টা কৰা তত্ত্বগত আৰু কাৰ্য্যকৰী বিৰোধবোৰ প্ৰতিফলিত কৰে। দুয়োখন দেশতে অৰ্থহীন কথা এতিয়াও চলি আছে যেনে বিভাগীয়তাবাদ, অৰ্থ নৈতিক মানদণ্ড আৰু দাম আদিৰ প্ৰতিষ্ঠাত অনিশ্চয়তা আৰু লগে লগে আন্তৰ্জাতিক পদ্ধতিৰ অপ্ৰস্তুত অৱস্থাই (পৰিকল্পনাত, দাম স্থিৰ কৰাত আৰু আইনগত বিষয়ত) পাৰস্পৰিক সুবিধাজনক প্ৰকল্পৰ বিকাশত বাধা হিচাপে কাম কৰে, যিটো মটৰগাড়ী শিল্পত বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ প্ৰগতি দ্ৰুততৰ কৰাৰ কাৰণে অত্যন্ত প্ৰয়োজনীয়।

## দাম, ধন, ঋণ

বৈদেশিক বাণিজ্যত দাম নিৰ্দ্ধাৰণ ছি এম ই এৰ কাঠামোৰ ভিতৰত সহযোগৰ এটা গুৰুত্বপূৰ্ণ সমস্যা। সমাজতন্ত্ৰৰ অৰ্থ নৈতিক ব্যৱস্থাত পণ্য-ধন সম্পৰ্কৰ ভূমিকা সম্পৰ্কে নতুন দৃষ্টিভঙ্গীৰ পৰিপ্ৰেক্ষিত এই সমস্যাই বিশেষ গুৰুত্ব লাভ কৰিছে।

বৈদেশিক বাণিজ্যৰ দাম আৰু মুদ্ৰা, বিত্তীয় আৰু ঋণৰ আহিলাৰ ব্যৱহাৰকে ধৰি পণ্য-ধন সম্পৰ্কৰ ভিতৰেদি ছি এম ই এ সদস্য দেশবোৰে সিবিলাকৰ অৰ্থ নৈতিক স্বাৰ্থ লাভ কৰে। সহযোগৰ বিকাশ আৰু সমাজতান্ত্ৰিক অৰ্থ নৈতিক অখণ্ডি-কৰণ গভীৰতৰ কৰাৰ কাৰণে দাম নিৰ্ণয়ৰ বিষয়টো প্ৰাথমিক গুৰুত্বৰ। সহযোগৰ নতুন ৰূপ আৰম্ভ কৰাৰ লগে লগে সেইবিলাক বিশেষভাৱে তীব্ৰ হৈ পৰিছে। পণ্য-ধন হাঠিয়াৰৰ কাৰ্যকৰী কামকাজ অসম্ভৱ যদিহে সেইবিলাকে সহযোগৰ জগত এটা পৰিকল্পিত ভিত্তিত যুক্তিসঙ্গত ভাৱে পাৰস্পৰিক ক্ৰিয়া নকৰে। পণ্য-ধন সম্পৰ্কই ছি এম ই এ দেশবোৰৰ পাৰস্পৰিক ক্ৰিয়াৰ প্ৰক্ৰিয়াটোক দ্ৰুততৰ কৰিব পাৰে নাইবা সেইবোৰৰ গতিৰোধক হিচাপে কাম কৰিব পাৰে, ধৰক যেতিয়া দামটো অংশীদাৰ সকলৰ কাৰণে গ্ৰহণযোগ্য নহয়।

ছি এম ই এ দেশবোৰৰ মাজত বাণিজ্যত দাম নিৰ্ণয়ৰ ব্যৱস্থা বহুদিনৰ আগতে ১৯৫৮ চনত ছি এম ই এৰ নৱম অধিবেশনত স্থিৰ কৰা নীতিৰ ওপৰত ভিত্তি কৰা। ১৯৭৫ চনত প্ৰধান বিশ্ব বজাৰবোৰত দামৰ অসমান বিকাশ বিবেচনা কৰি—আৰু এই দাম বিলাককে ছি এম ই এ দেশবোৰৰ মাজত বাণিজ্যৰ ভিত্তি হিচাপে ব্যৱহাৰ কৰা হৈছিল—আগৰ পাঁচবছৰ সময়ৰ বিশ্বগড় দামৰ ওপৰত ভিত্তি কৰি চুক্তি দাম

বছেৰেকীয়া ভাবে নির্ণয় কৰাৰ সিদ্ধান্ত কৰা হৈছিল। এই ক্ষেত্ৰত, বিশ্ব দামৰ উঠানমাৰ অসমান চৰিত্ৰ নিমজ্জ কৰা হৈছিল। এইদৰে, এই উঠানমাবোৰে সকলোতকৈ বেছি ক্ষতিগ্ৰস্ত কৰা দেশবোৰে এটা উৎসাহ লোৱাৰ অৱকাশ পালে।

১৯৮৪ চনত ছি এম ই এ সদস্যদেশবোৰৰ অৰ্থনৈতিক, বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ সহযোগ আৰু বেছি বিকাশ আৰু গভীৰতৰ কৰাৰ প্ৰধান ধাৰাবোৰৰ ওপৰত ছি এম ই এ সদস্য দেশবোৰৰ উচ্চস্তৰৰ অৰ্থনৈতিক সম্মিলনে দিয়া বিবৃতিত জোৰ দিয়াৰ দৰে "পণ্য-ধন সম্পৰ্ক সক্ৰিয় ব্যৱহাৰৰ লগত পৰিকল্পনাৰ ক্ষেত্ৰত সহযোগক আঙ্গিকভাবে যুক্ত কৰাৰ কামটো এতিয়াও প্ৰাসঙ্গিক।

"পাৰস্পৰিক বাণিজ্যত দাম নিৰ্ধাৰণৰ বৰ্তমানৰ ব্যৱস্থা আৰু সহযোগৰ বিত্তীয় আৰু আৰ্থিক আহিলাসমূহ আৰু উন্নত কৰা হব আৰু সামূহিক মুদ্ৰা, বিনিময় যোগ্য কৰলক শক্তিশালী কৰা হ'ব।"

দাম নিৰ্ধাৰণৰ ব্যৱস্থাই অখণ্ডিকৰণ গভীৰতৰ কৰাত অতি ডাঙৰ ভূমিকা পালন কৰিছে। বস্তুৰ উপভোক্তা আৰু সৰবৰাহকাৰীৰ স্বাৰ্থ দামৰ ভিতৰত বাস্তৱ ৰূপায়িত হৈছে।

সহযোগৰ চুক্তিবোৰ কাৰ্য্যকৰী কৰা হবনে নহয় সেইটো বহুপৰিমাণে নিৰ্ভৰ কৰিছে পাৰস্পৰিক ভাবে গ্ৰহণযোগ্য আৰু সুবিধাজনক দামৰ কাৰণে অনুসন্ধানৰ কাৰ্য্যকাৰিতাৰ ওপৰত। আৰু এনে এটা দাম বিচাৰি পোৱাটো যথেষ্ট কঠিন বিশেষকৈ যান্ত্ৰিক ইঞ্জিনিয়াৰিং বস্তুৰ কাৰণে, যিহেতু পুঁজিবাদী প্ৰতিষ্ঠানবোৰৰ এটা বস্তুৰ যোগানৰ চৰ্তৰ ওপৰত আৰু তাৰ কাৰিকৰী আৰু অৰ্থনৈতিক গুণাগুণৰ ওপৰত ভিত্তি কৰি বাট্টা আৰু উচ্চতৰ দামৰ কাৰণে বিশ্বৰ বজাৰত একেটা বস্তুৰ কাৰণে বহুতো বিভিন্ন দাম আছে।

বৈদেশিক বাণিজ্যত চলিত দাম নিৰ্ধাৰণ ব্যৱস্থা উন্নত কৰিবৰ কাৰণে ছি এম ই এ সদস্যদেশবোৰে বহু পৰিমাণৰ কাম কৰিছে। সেইবিলাকে বহুতো বিশেষ দিশ সম্পৰ্কে ব্যৱস্থা লয়—মূল বজাৰণন নিৰ্বাচন কৰি লোৱা পদ্ধতিৰপৰা যাৰ দাম পাৰস্পৰিক বাণিজ্যৰ দামৰ মূলতে থাকে, পুঁজিবাদী বজাৰৰ চৰিত্ৰগত বিকৃত কৰা উপাদানবোৰৰ ফলাফলৰপৰা দাম "পৰিষ্কাৰ" কৰালৈকে। ছি এম ই এ সংস্থাবোৰে উৎপাদন বিশেষীকৰণৰ ওপৰত দাম নিৰ্ধাৰণৰ পদ্ধতি সম্পৰ্কে গৱেষণা চলাই আছে।

আজি, যেতিয়া যোনপটীয়া সংযোগ প্ৰতিষ্ঠা কৰা হৈছে আৰু যুটীয়া প্ৰতিষ্ঠান গঢ়ি তোলা হৈছে, সহযোগৰ ফলস্বৰূপে উৎপাদিত আৰু বজাৰ সূচী নোহোৱা বস্তুবোৰৰ

দামে এক বিশেষ ভূমিকা পালন কৰিবলৈ আৰম্ভ কৰিছে। সাধাৰণতে পশ্চিমত তৈয়াৰী একেধৰণৰ অংশ আৰু গোটবোৰ কোম্পানীবোৰে কেৱল বিনিময় কৰে আৰু সেইবোৰৰ দাম বাজহুৱা ভাৱে প্ৰকাশ কৰা নহয়। গতিকে, অতিৰিক্ত অংশবোৰৰ দামক ভিত্তি হিচাপে লোৱা হয় আৰু সেইবোৰ বহু বেছি হ'ব পাৰে। সেই কাৰণে বৈদেশিক বাণিজ্যৰ দামে বিদেশত অংশ আৰু গোট কিনিবৰ কাৰণে গ্ৰাহকক উৎসাহিত নকৰে।

ছি এম ই এ সহযোগৰ কামকাজত এই বিৰোধ আঁতৰাবৰ কাৰণে অংশ গোটৰ দাম নিৰ্দ্ধাৰণৰ নিৰ্দিষ্ট পদ্ধতি প্ৰয়োগ কৰা হয়। উদাহৰণ স্বৰূপে, টোগলিয়াত্তি মটৰ নিৰ্মাণ কাৰখানাৰ ছি এম ই এ সদস্য দেশবোৰৰ প্ৰতিষ্ঠানবোৰৰ লগত সহযোগৰ কামত অংশ আৰু গোটবোৰৰ দাম উৎপাদিত বস্তুটোৰ দামৰ এই অংশ আৰু গোটৰ ওপৰত হোৱা খৰচৰ অংশৰ অনুপাতৰ ওপৰত ভিত্তি কৰি নিৰ্দ্ধাৰণ কৰা হয়, আনহাতে বস্তুটোৰ বৈদেশিক বাণিজ্যৰ দাম ছি এম ই এ বজাৰত সাধাৰণ দাম নিৰ্ধাৰণ নীতিৰ ভিত্তিত স্থিৰ কৰা হয়। মাকোহীন শালৰ অংশ আৰু গোটৰ দাম আৰু গোটেই শালখনৰ দামৰ অনুপাত, ছোভিয়েত ইউনিয়নত এনে শাল নিৰ্মাণ কৰাৰ কাৰিকৰী প্ৰকল্পত নিৰ্দিষ্ট কৰা মতে, এই অংশ আৰু গোট বোৰত নিয়োজিত শ্ৰমৰ পৰিমাণৰ অনুপাতত স্থিৰ কৰা হৈছিল। সৰ্বশেষত, পাৰমাণৱিক শক্তি কাৰখানাৰ অংশ আৰু গোটবোৰৰ কাৰণে এখন দামৰ তালিকা অহা পাঁচ বছৰত সেইবোৰৰ সলনিৰ গুণকৰ সৈতে বহু পাক্ষিক ভিত্তিত তৈয়াৰ কৰা হৈছে।

ওপৰৰ কথাৰ পৰা দেখা যায়, ছি এম ই এ দেশবোৰে দাম নিৰ্দ্ধাৰণৰ পদ্ধতি উন্নত কৰাৰ কাৰণে সক্ৰিয় ভাৱে অনুসন্ধান চলাই আছে যিটোৱে অৰ্থনৈতিক সহযোগত বিভিন্ন ৰূপত গোষ্ঠীৰ স্বাৰ্থ বৃদ্ধি কৰিব।

বৰ্ত্তমানে, ঘৰুৱা বজাৰত দাম নিৰ্দ্ধাৰণ কৰাটো বিশ্ব বজাৰৰ দামৰ অনুপাত আৰু সমানুপাত বিবেচনাৰ কাৰণে কম গুৰুত্বপূৰ্ণ নহয়। সমাজতান্ত্ৰিক দেশবোৰৰ মাজত আৰু সমাজতান্ত্ৰিক আৰু পুঁজিবাদী দেশৰ মাজত সংযোগৰ বিকাশে এইটো দাবী কৰিছে। আন হাতেদি, ছি এম ই এ সদস্য দেশবোৰে পশ্চিমৰ পৰিকল্পিত প্ৰচেষ্টা যেনে অৰ্থনৈতিক হেঁচা, একোখন সমাজতান্ত্ৰিক দেশৰ প্ৰতি বেলেগ বেলেগ নীতি অনুসৰণ ইত্যাদি সামূহিক ভাৱে প্ৰতিৰোধ কৰা কৰ্তব্যৰ সন্মুখীন হৈছে।

বিনিময় যোগ্য ৰুবলৰ ভূমিকাৰ এটা সুস্থিৰ মূল্যায়নৰ প্ৰয়োজন আহি পৰিছে। বৰ্তমানৰ অৱস্থাত ই এটা সফল হিচাপৰ আহিলাৰ পৰা যিটো এতিয়া দৰাচলতে হৈ আছে, মূল্য প্ৰদান আৰু পুঞ্জিভূত কৰাৰ উপায়লৈ অৰ্থাৎ মুক্তভাৱে বিনিময় যোগ্য মুদ্ৰালৈ সলনি হ'ব পাৰে। যদি জাতীয় ছি এম ই এ মুদ্ৰা যেনে লেভ্, ৰুবল, আৰু

কৰিৰ্ণ্ট মুক্তভাৱে বিনিময় যোগ্য হয়, সেইবোৰে বিশ্ব বজাৰত বেছি সম্পূৰ্ণভাৱে সিহঁতৰ বিত্তীয় কামকাজ কৰিব পাৰিব।

ছি এম ই এ সদস্য দেশবোৰৰ জাতীয় মুদ্ৰাৰ বিনিময় যোগ্যতাৰ সমস্যাটো যকৰা দাম নিৰ্দ্ধাৰণত বিশ্ব দামৰ বিবেচনা কৰাৰ লগত পোনপটীয়া ভাৱে জড়িত। নহলে, ছি এম ই এ দেশবোৰে তেওঁলোকৰ জাতীয় অৰ্থনৈতিক আভ্যন্তৰীণ আৰু বৈদেশিক দুয়োভাৱে খৰচ হিচাপৰ নীতিৰ ওপৰত বিকাশ কৰাত ব্যৰ্থ হ'ব।

ছি এম ই এ সদস্য দেশবোৰে তেওঁলোকৰ পাৰস্পৰিক বিনিময়যোগ্য মুদ্ৰাবোৰক সামূহিক মুক্ত বিনিময়যোগ্য মুদ্ৰালৈ পৰিবৰ্ত্তন কৰাত তেওঁলোকৰ দীৰ্ঘম্যাদী বৈদেশিক নীতিৰ লক্ষ্য দেখিবলৈ পায়। এইটো উল্লেখ কৰা আৱশ্যক যে, বিনিময়ৰ ক্ষেত্ৰতকৈ বৰং উৎপাদনৰ ক্ষেত্ৰতহে এই কামৰ সমাধান বিচৰা উচিত হ'ব। প্ৰথমতে, ছি এম ই এ দেশবোৰে তেওঁলোকৰ জাতীয় মুদ্ৰাৰ বিনিময় যোগ্যতা লাভ কৰা, উচ্চমানৰ সামগ্ৰী উৎপাদন কৰা আৰু গোষ্ঠীটোৰ ভিতৰত আৰু বাহিৰত ৰপ্তানি বৃদ্ধি কৰা উচিত হ'ব। যিমান সোনকালেই এইটো ব্যাপক হাৰত কৰা হ'ব, সিমানেই বিশ্ব-বাণিজ্যত তেওঁলোকৰ অৱস্থান বেছি সুস্থিৰ হ'ব। ছি এম ই এ দেশবোৰত তেওঁলোকৰ জাতীয় মুদ্ৰা মুক্তভাৱে বিনিময়যোগ্য কৰিবলৈ বেছি ভাল অৱস্থাৰ সৃষ্টি হ'ব ধৰিছে।

ঋণৰ ক্ষেত্ৰৰো আমূল পুনৰবিন্যাসৰ আৱশ্যক হৈছে। যদিও আন্তৰ্জাতিক সমাজতান্ত্ৰিক বেঙ্কবোৰে কিছুমান ইতিবাচক ফল লাভ কৰিছে, আৰু কম বিকশিত ছি এম ই এ সদস্য দেশবোৰলৈ সুবিধাজনক চৰ্ত্তত ঋণ মঞ্জুৰ কৰিছে ( উদাহৰণ স্বৰূপে ভিয়েটনাম, কিউবা আৰু মঙ্গোলিয়াৰ কাৰণে বাৰ্ষিক সুতৰ হাৰ শতকৰা ০.৫ আৰু .২ ভাগৰ ভিতৰত ), আন্তৰ্জাতিক ছি এম ই এ ঋণ ব্যৱস্থাই ইয়াৰ ওপৰত সমৰ্পণ কৰা বহু কাম কৰাত ব্যৰ্থ হৈছে। উদাহৰণ স্বৰূপে, ছি এম ই এ আন্তৰ্জাতিক ইনভেষ্টমেণ্ট বেঙ্কে ( আই. আই. বি ) হস্তান্তৰ যোগ্য কৰলত মঞ্জুৰ কৰা ঋণ প্ৰায় কোনো দেশেই নিবিচাৰে ; সেইবিলাক সঠিক মতে সুনিশ্চিত নকৰিলে কাৰ্য্যতঃ সেইবোৰ ব্যৱহাৰ কৰিব নোৱাৰি কিন্তু ঋণ ব্যৱস্থাই নিজে সেইটো কৰিবলৈ অপাৰগ। বিনিময়ৰ হাৰ ঠিক কৰা ত্ৰুটিপূৰ্ণ পদ্ধতিৰ ফলতো বহুতো কঠিনতাই দেখা দিছে।

অৰ্থনীতিয়ে অতি কম কাম কৰিছে। এইটোৱেই সময় যে ছি এম ই এ দেশবোৰে বৈদেশিক অৰ্থনৈতিক সম্পৰ্কত আদেশ আৰু ঘোষণাৰ দ্বাৰা প্ৰশাসনৰ পদ্ধতি ত্যাগ কৰিব লাগে। বৰ্তমানে, প্ৰতিষ্ঠানবোৰৰ অৰ্থনৈতিক স্বাধীনতাৰ

সম্প্ৰসাৰণ, খৰচ-হিচাপ আৰু কৰ ব্যৱস্থা, বিত্তীয় আৰু ঋণ ব্যৱস্থা, শ্ৰমৰ মজুৰীৰ উন্নতি সাধনেহে মানদণ্ড স্থিৰ কৰিব যিটো পৰ্য্যন্ত এখন দেশ-সমাজতান্ত্ৰিক অৰ্থনৈতিক অখণ্ডিকৰণত পোনপটীয়া ভাৱে অংশ গ্ৰহণ কৰিবলৈ আগ্ৰহী। জাতীয় অৰ্থনীতি আৰু বৈদেশিক অৰ্থনৈতিক সম্পৰ্কৰ ভিতৰত খৰচ হিচাপ নীতিৰ সঠিক সংযোগ সমন্বিত পৰিকল্পনা সিদ্ধান্ত পৰিপূৰণ কৰাৰ এটা শক্তিশালী অস্ত্ৰ।

অৱশ্যে, সমাজতান্ত্ৰিক দেশবোৰৰ অৰ্থনৈতিক স্বাৰ্থ সেইবোৰৰ বৈদেশিক আৰ্থিক আৰু বিত্তীয় ক্ষেত্ৰত প্ৰচেষ্টাৰ ফলাফলৈ কমাই পেলোৱাটো অৰ্থহীন কথা হ'ব। সেইবোৰৰ অৰ্থনৈতিক স্বাৰ্থ ৰাজনৈতিক স্বাৰ্থৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত আৰু সমাজৰ পৰিকল্পিত গণতান্ত্ৰিক সংগঠনৰ সুবিধাসমূহ সামৰি লয়, যি প্ৰধানকৈ সামাজিক লক্ষ্য—শ্ৰমৰ মানুহৰ স্বাৰ্থ পূৰণ কৰে।

## পেৰেস্ত্ৰইকাৰ সামাজিক মাইলখুটি

সমাজতান্ত্ৰিক দেশবোৰৰ অৰ্থনৈতিক নীতিৰ মূল লক্ষ্য হ'ল মানুহৰ মঙ্গলসাধন, তেওঁলোকৰ প্ৰকৃত স্বাৰ্থ আৰু আশা। ছি এম ই এ দেশবোৰত অৰ্থনৈতিক পৰিচালনাৰ নিৰ্দিষ্ট চৰিত্ৰ আৰু বাস্তৱ অৰ্থনৈতিক সিদ্ধান্তসমূহ যিয়েই হওক নালাগিলে, মানুহৰ কাৰণে উদ্বিগ্নতা পাৰ্টি আৰু ৰাষ্ট্ৰৰ কাম কাজৰ সৰ্বোচ্চ লক্ষ্য হৈ থাকে।

১৯৮৭ চনৰ জুন মাহৰ ছি পি এছ ইউৰ কেন্দ্ৰীয় কমিটিৰ পূৰ্ণাঙ্গ সভাই সকলো শ্ৰমিককে তেওঁলোকৰ ক্ষমতা প্ৰকাশ কৰিবলৈ, দক্ষতাৰে কাম কৰিবলৈ আৰু অতি যুক্তি সঙ্গতভাৱে উৎপাদন ক্ষমতা ব্যৱহাৰ কৰিবলৈ আহ্বান জনাই উদ্দেশ্য আৰু উদ্‌গনি ব্যৱস্থা বিকাশ কৰাটোক সময়ৰ প্ৰয়োজনীয়তা বুলি বৰ্ণনা কৰিছিল। এই প্ৰসঙ্গত, সকলো দিশেই গুৰুত্বপূৰ্ণ—শ্ৰমৰ সংগঠন আৰু শ্ৰমৰ উদ্‌গনি সমূহ, নিয়োগ ব্যৱস্থা, ভোক্তা সামগ্ৰীৰ বজাৰৰ অৱস্থা আৰু সামাজিক আৰু সাংস্কৃতিক সেৱাৰ সম্প্ৰসাৰণ।

শ্ৰমজীৱী মানুহৰ জীৱনৰ মান আৰু গুণৰ এটা দৃঢ় উন্নতি সদায়েই সমাজতান্ত্ৰিক দেশবোৰৰ সামাজিক আৰু অৰ্থনৈতিক কৌশলৰ মৌলিক লক্ষ্যসমূহৰ এটা হৈ

আছিল আৰু আছে। আজি, অৱশ্যে, যেতিয়া অৰ্থনৈতিক ক্ষেত্ৰত মানুহৰ ভূমিকা অত্যন্ত বাঢ়িব ধৰিছে, এই কাম বিশেষভাৱে গুৰুত্বপূৰ্ণ হৈ পৰিছে।

অৰ্থনৈতিক নীতিৰ বৰ্দ্ধিত সামাজিক দিশাভিমুখীকৰণ ভোক্তা সামগ্ৰীৰ বৃদ্ধিৰ হাৰ (গ্ৰুপ খ) আৰু পুঁজিসামগ্ৰীৰ উৎপাদনৰ হাৰ (ক গ্ৰুপ) ওচৰ চাপি অহাৰ ভিতৰত প্ৰতিফলিত হব ধৰিছে, কিছুমান দেশত প্ৰথমটো আনকি দ্ৰুততৰ হাৰত বাঢ়িব ধৰিছে; আৰু প্ৰতিফলিত হৈছে ভোক্তা সামগ্ৰীৰ উৎপাদনৰ ডাঙৰ অংশ আৰু সেৱাৰ শিল্পৰ বিকাশৰ ভিতৰত।

এনেকুৱা কাঠামোৰ পৰিবৰ্তন সম্ভৱ হৈছে তাৰ প্ৰথম কাৰণ সমাজতান্ত্ৰিক গোষ্ঠী দেশবোৰৰ সম্প্ৰসাৰিত পুণৰ উৎপাদনৰ ক্ষতিসাধন নকৰাকৈ ভোক্তা আৰু পুঁজি-সামগ্ৰীৰ উৎপাদনৰ হাৰ সলনি কৰিবলৈ সক্ষম কৰা এটা অৰ্থনৈতিক ভিত্তি আছে।

দ্বিতীয়তে, এই সাল সলনিয়ে আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰমবিভাজন গভীৰতৰ কৰাত সহায় কৰে, উদাহৰণস্বৰূপে, হাঙ্গেৰীয়ে, যাৰ ভোক্তা সামগ্ৰীৰ উদ্যোগ যোৱা ২০ বছৰৰো বেছি কালধৰি পুঁজিসামগ্ৰীৰ উদ্যোগতকৈ দ্ৰুততৰ গতিত বিকাশ লাভ কৰিছে, সমাজতান্ত্ৰিক বজাৰৰ ভোক্তা সামগ্ৰীৰ ব্যাপক চাহিদা পূৰণ কৰিব পাৰে। হাঙ্গেৰীয়ে প্ৰায় শতকৰা ২০ ভাগ লঘুশিল্পৰ উৎপাদন আৰু শতকৰা ৪০-৫০ ভাগ মাংস আৰু মাংসজাত সামগ্ৰী ৰপ্তানি কৰে। আনহাতেদি হাঙ্গেৰী পুঁজিসামগ্ৰীৰ আৰু সৰ্বোপৰি কেঁচামাল আৰু অৰ্দ্ধ সমাপ্ত সামগ্ৰীৰ এক প্ৰধান আমদানীকৰোতা, যিটোৰ সম্প্ৰসাৰিত পুণৰ উৎপাদনৰ হাৰৰ ওপৰতো এক প্ৰভাৱ আছে।

জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ ১৯৮৬ আৰু ১৯৯০ চনৰ সময়ছোৱাৰ ভিতৰত ঔদ্যোগিক ভোক্তা সামগ্ৰীৰ উৎপাদন শতকৰা ৩০-৩২ ভাগ বঢ়াবলৈ পৰিকল্পনা কৰা হৈছে অৰ্থাৎ এটা হাৰত যিটো মুঠ ঔদ্যোগিক উৎপাদনৰ হাৰতকৈ শতকৰা ৫০ ভাগ বেছি আৰু দৈনন্দিন সেৱাৰ পৰিমাণ শতকৰা ২৮ ভাগ বৃদ্ধি কৰিবলৈ।

চলিত পঞ্চ-বাৰ্ষিক সময়ছোৱাত ছোভিয়েত ইউনিয়নে ভোক্তা সামগ্ৰীৰ উৎপাদন শতকৰা ২৭ ভাগ আৰু পুঁজি সামগ্ৰীৰ উৎপাদন শতকৰা ২৪ ভাগ বৃদ্ধি কৰিব। খাদ্যসামগ্ৰী আৰু ঔদ্যোগিক ভোক্তা সামগ্ৰীৰ উৎপাদন আৰু সেৱা উদ্যোগৰ বিকাশৰ কাৰণে ব্যাপক হাৰৰ দীৰ্ঘম্যাদী কাৰ্যসূচী কাৰ্যকৰী কৰাৰ কাৰণে কাম চলি থাকিব।

১৯৮৬-১৯৯০ সময়ছোৱাত ভোক্তা সামগ্ৰীৰ উদ্যোগৰ বিকাশৰ লগত থাকিব সেইবোৰৰ আন্তঃখণ্ডীয় কাঠামোৰ আমূল উন্নতিসাধন।

উদাহৰণস্বৰূপে, বুলগেৰিয়াত যেতিয়া উপভোক্তা সামগ্ৰীৰ উৎপাদন আৰু

জনসংখ্যালৈ আগবঢ়োৱা সেৱাৰ পৰিমাণ শতকৰা ২০-২৪ ভাগ বাঢ়িব, অত্যাধুনিক ঘৰুৱা আহিলাপাতিৰ উৎপাদন দুগুণ হ'ব আৰু সেইবোৰৰ আহি আধুনিক কৰা হ'ব, তৈয়াৰী খাদ্যসামগ্ৰী, অৰ্দ্ধ সমাপ্ত খাদ্যসামগ্ৰী আৰু লগে লগে কেচুৱাৰ খাদ্য আৰু পথ্যৰ উৎপাদন শতকৰা ৫০-১০০ ভাগ বাঢ়িব।

জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰই তৈয়াৰী কাপোৰৰ উৎপাদন দ্ৰুতগতিত বঢ়াব। সেইবোৰৰ বিভিন্নকৰণ শতকৰা ৩০-৪০ ভাগ আৰু যুৱকৰ সাজ-পাৰ ৭০ ভাগ বৃদ্ধি কৰিবলৈ পৰিকল্পনা কৰা হৈছে।

ছি এম ই এ দেশবোৰৰ পাৰস্পৰিক সহযোগৰ আৰু বিকাশ, খাপখোৱা দীৰ্ঘম্যাদী লক্ষ্যনিৰূপিত কাৰ্যসূচী আৰু ভালেমান ব্যাপক হাৰৰ চুক্তিৰ কাৰ্যকৰীকৰণে জনসাধাৰণৰ প্ৰয়োজনীয়তাৰ এটা সম্পূৰ্ণতৰ পূৰণ নিশ্চিত কৰিব। আজিৰ কাৰ্যসূচীত আছে, খাদ্য আৰু লঘুউদ্যোগৰ সুবিধাসমূহ আধুনিক কৰণৰ প্ৰকল্পত অংশ গ্ৰহণ, ভোক্তা সামগ্ৰীৰ উদ্যোগৰ কাৰণে যন্ত্ৰপাতি আৰু কেঁচাসামগ্ৰী উৎপাদনত বিশেষীকৰণ আৰু সহযোগ গভীৰতৰ কৰাৰ কাৰণে যুটীয়া প্ৰচেষ্টা, আগবঢ়া প্ৰযুক্তিজ্ঞানৰ বিনিময় আৰু যুটীয়া গৱেষণা আৰু উৎপাদন অভিজ্ঞতাৰ হস্তান্তৰ ইত্যাদি। উদাহৰণ স্বৰূপে, জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ হাঙ্গেৰী আৰু চেকোশ্লোভাকিয়াই ভালেমান চোভিয়েত লঘু আৰু খাদ্য উদ্যোগ প্ৰতিষ্ঠানৰ পুনৰ নিৰ্মাণত অংশ গ্ৰহণ কৰিছে, সবাতোপৰি সেইবিলাক ক্ষেত্ৰত যিবিলাকত এই দেশবিলাকে বিশ্বজোৰা স্বীকৃতিলাভ কৰিছে। উদাহৰণস্বৰূপে জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰই ইয়াৰেভন্, পিয়াতিগৰস্ক্ আৰু তাচখণ্ডত তিনিটা পুৰুষৰ কোট তৈয়াৰ কৰা চোভিয়েত কাৰখানা আৰু মস্কো, লেনিনগ্ৰাদ আৰু বেন্দেৰীত জোতা তৈয়াৰী কাৰখানা পুনৰ্ৰনিৰ্মাণ কৰিছে। ই আৰু মস্কোত কাপ্ৰানভ জোতাৰ কাৰখানা আধুনিককৰণত অংশ গ্ৰহণ কৰিছে যিটোৱে বছৰি প্ৰায় তিনি নিযুত জোৰ লৰাছোৱালীৰ জোতা তৈয়াৰ কৰিব। জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ সহায়ত কিছিনেভত তো্ৰছ কাৰ্পেট তৈয়াৰী কাৰখানাৰ নিৰ্মাণ প্ৰায় সম্পূৰ্ণ হৈছে আৰু বছৰেকত ৪০০ নিযুত গতানুগতিক ৰবিন উৎপাদনৰ ক্ষমতাসহ এটা ডাঙৰ সূতাকটা কল মলদাভিয়াৰ উনগেনিত কামত লগোৱা হ'ব।

ছি এম ই এ সদস্য দেশবোৰে ভোক্তা সামগ্ৰী আৰু খাদ্য উৎপাদনৰ কৃষি বস্তুগত আৰু কাৰিকৰী ভিত্তি শক্তিশালী কৰিবৰ কাৰণে কৃষিযন্ত্ৰপাতি, নতুন বায়ষ্টিযুক্তৈট্ৰৰ, নিৰ্বাচিত অনাৱশ্যক গদ্গদনি মৰা ঔষধ, আৰু আন কৃষিজাত সামগ্ৰীৰ পাৰস্পৰিক যোগান সম্প্ৰসাৰিত কৰিছে।

জাতীয় আয় জনসংখ্যাৰ মঙ্গলৰ সাধাৰণীকৃত সূচী কাৰণ ই মানুহৰ বস্তুগত আৰু বৌদ্ধিক প্ৰয়োজনীয়তা পূৰণ কৰে।

## জাতীয় আয়ৰ বৃদ্ধি

( শতকৰা হিচাপত, ১৯৮০ = শতকৰা ১০০ )

| দেশসমূহ | ১৯৮১ | ১৯৮২ | ১৯৮৩ | ১৯৮৪ | ১৯৮৫ | ১৯৮৬ |
|---|---|---|---|---|---|---|
| ইউ এছ এছ আৰ | ১০৩ | ১০৭ | ১১২ | ১১৫ | ১১৯ | ১২৪ |
| বুলগেৰিয়া | ১০৫ | ১০৯ | ১১৩ | ১১৮ | ১২০ | ১২৭ |
| হাঙ্গেৰী | ১০৩ | ১০৫ | ১০৬ | ১০৮ | ১০৭ | ১০৮ |
| ভিয়েটনাম | ১০৮ | ১১৭ | ১২৭ | ১৩৬ | ১৪১ | ১৪৭ |
| গণতান্ত্রিক প্ৰজাতন্ত্ৰ জাৰ্মান | ১০১ | ১০৮ | ১১২ | ১১৯ | ১২৪ | ১২৯ |
| কিউবা | ১২১ | ১২৭ | ১৩৪ | ১৪৪ | ১৫০ | — |
| মঙ্গোলিয়া | ১০৮ | ১১৮ | ১২৫ | ১৩০ | ১৩৭ | ১৪৫ |
| পোলেণ্ড | ৮৮ | ৮৩ | ৮৮ | ৯৩ | ৯৬ | ১০১ |
| ৰোমানিয়া | ১০২ | ১০৫ | ১০৯ | ১১৭ | ১২৪ | ১৩৩ |
| চেকোশ্লোভাকিয়া | ৯৯.৯ | ১০০ | ১০২ | ১০৬ | ১০৯ | ১১২ |

( সূত্ৰ: সংখ্যা আৰু তথ্যত সমাজতন্ত্ৰৰ বিশ্ব, ১৯৮৬, মস্কো, ১৯৮৭, পৃ: ১১ )

কামৰ নিশ্চয়তাপ্ৰাপ্ত অধিকাৰ হ'ল সমাজতন্ত্ৰৰ সকলোতকৈ বেছি তাৎপৰ্য্যপূৰ্ণ সামাজিক আৰু ৰাজনৈতিক সাফল্য। যথেষ্ট শ্ৰম উৎপাদন ক্ষমতাৰ সৰ্বোচ্চ বৃদ্ধি, শ্ৰমবাহিনীকে ধৰি সকলো সম্পদৰ মিতব্যয়িতা পেৰেস্ত্ৰইকাৰ মধ্যবিন্দুত আছে, সক্ষম জনসংখ্যাৰ সম্পূৰ্ণ নিয়োগ সমাজতান্ত্ৰিক নীতিৰ নিৰৱচ্ছিন্ন চৰিত্ৰ হৈ আছে।

ইয়াৰ উপৰি, ব্যাপক হাৰত শ্ৰম আৰু উদ্যানিৰ সংগঠনৰ আগবঢ়া ৰূপৰ আৰম্ভণিৰ কথা উল্লেখ কৰা উচিত। ৰাষ্ট্ৰীয় প্ৰতিষ্ঠানৰ ওপৰত সাম্প্ৰতিক আইনৰ অধীনত পৰিচালক আৰু শ্ৰম সমূহে কৰ আৰু মজুৰীৰ হাৰ সলনি কৰিব পাৰিব আৰু সেইবোৰৰ বৃদ্ধি স্থিৰ কৰিব পাৰিব। মজুৰীক ব্যক্তিগত শ্ৰমৰ ওপৰত নিৰ্ভৰশীল কৰা হৈছে, ই কোনো বাধ্যবাধকতাৰ অধীন নহ'ব। এইদৰে, প্ৰত্যেকৰ কাম অনুসৰি আয়ৰ ন্যায়সঙ্গত বিতৰণৰ একে মানদণ্ডৰ সূচনা কৰা হৈছে।

বৰ্তমানে সমাজতন্ত্ৰৰ তলত যুক্তিসঙ্গত নিয়োগৰ প্ৰতি বেছি মনোনিবেশ কৰা হৈছে। অৰ্থনৈতিক বিকাশৰ গভীৰ পদ্ধতিৰ সূত্ৰপাত, বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ প্ৰগতিৰ ফলাফল আৰু উদ্যোগৰ পুনৰবিন্যাসৰ সময়ত শ্ৰমিক বাহিনীৰ আঞ্চলিক আৰু আন্তঃখণ্ডীয় প্ৰবজন যথেষ্ট পৰিমাণে বাঢ়িব। প্ৰথম দৃষ্টিত পূৰ্ণ নিয়োগ আৰু অৰ্থনৈতিক দক্ষতা বৃদ্ধিৰ মাজত এটা বিৰোধৰ উদ্ভৱ হয়। তথাপি সমাজতান্ত্ৰিক দেশবোৰত চলা প্ৰতিক্ৰিয়াত ঘনিষ্ঠভাৱে চকু দিলেই বুজিবলৈ যথেষ্ট হ'ব যে,

সমাজতান্ত্ৰিক বিশ্বত অৰ্থনৈতিক সংস্কাৰ আৰু বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানগত নতুনত্ব সূচনা কৰাৰ ৰূপ আৰু পদ্ধতিয়ে ব্যক্তিগত শ্ৰমিক আৰু শ্ৰমসমূহৰ অধিকাৰৰ ওপৰত আঘাট বাদ দি যায়। এইটো যুক্তিসঙ্গত যে লোকচানত চলা নাইবা আওপুৰণি যন্ত্ৰপাতি থকা প্ৰতিষ্ঠান আধুনিক কৰিব নাইবা বন্ধ কৰি দিব লাগিব। এইটো এটা স্বাভাবিক প্ৰক্ৰিয়া। উদাহৰণ স্বৰূপে, হাঙ্গেৰীত ডুশৰো অধিক কাৰখানা আৰু প্ৰতিষ্ঠান আৰু পোলেণ্ডত তিনিশৰো অধিক কোনো এক সময়ত অলাভজনক প্ৰমাণিত হৈছিল। তাৰ অৰ্থ এই নহয় যে সেইবোৰ তৎক্ষণাত বন্ধ কৰি দিব লাগিছিল। ৰাষ্ট্ৰ আৰু বেঙ্কৰ সহায়ত সেইবোৰৰ দক্ষতা পুনৰ ঘূৰাই আনিবলৈ ব্যৱস্থা তৈয়াৰ কৰা হৈছে। প্ৰতিষ্ঠান বন্ধ কৰি দিয়া হয় কেৱল তেতিয়া যেতিয়া চলোৱাৰ বা আধুনিক কৰাৰ প্ৰচেষ্টা অসুবিধাজনক প্ৰমাণিত হয়। এনেকুৱা ক্ষেত্ৰত ৰাষ্ট্ৰ বা বেঙ্কেহে খৰচ কৰিব লগীয়া হয় আৰু শ্ৰমজীৱী মানুহে কোনো ধৰণে ভুগিব লগীয়া নহয়। তদুপৰি, শ্ৰমিক সকলক পুনৰ প্ৰশিক্ষিত কৰা আৰু নতুন কাম বিচাৰি দিয়াৰ কাৰণে পুঁজিৰ যোগান ধৰা হয়।

অৰ্থনৈতিক গভীৰতৰ কৰণৰ অৱস্থাত পূৰ্ণ নিয়োগ আৰু কামৰ নিশ্চয়তাপ্ৰাপ্ত অধিকাৰৰ সমাজতান্ত্ৰিক নীতিয়ে সেইবোৰৰ সঠিক সমাজতান্ত্ৰিক সাৰমৰ্ম আহৰণ কৰিছে। শ্ৰম সম্পদৰ পৰ্য্যাপ্ততাই, যিটো বহুদিনৰ কাৰণে সমাজতান্ত্ৰিক অৰ্থনীতিৰ চৰিত্ৰগত হৈ আছিল, পূৰ্ণ নিয়োগক শ্ৰমিকৰ কোনো এটা কাম আৰু প্ৰাসঙ্গিক উপাৰ্জ্জনৰ জীৱনজোৰা অধিকাৰৰ লগত একে কৰা হৈছিল। কিন্তু পূৰ্ণ নিয়োগৰ নীতিয়ে জীৱনৰ কাৰণে এটা বিশেষ কামৰ অধিকাৰৰ নিশ্চয়তা নিদিয়ে। ইয়াৰ অৰ্থ হ'ল যে যদি এজন মানুহে চাকৰী সলনি কৰিব লগীয়া আৰু প্ৰশিক্ষণ লব লগীয়া হয়, ৰাষ্ট্ৰই অনিবাৰ্য্য বস্তুগত আৰু নৈতিক হানিৰ বিৰুদ্ধে সংৰক্ষণৰ ব্যৱস্থা কৰিব।

বৰ্ত্তমান সময়ত, বুলগেৰিয়া, হাঙ্গেৰী, পোলেণ্ড আৰু ছোভিয়েত ইউনিয়নত পূৰ্ণ নিয়োগ নিশ্চিত কৰাটো ৰাষ্ট্ৰীয় অনুষ্ঠান আৰু কৰ্তৃত্বৰ স্থানীয় অঙ্গবিলাকৰ কাম হৈ পৰিছে আৰু শ্ৰম সমূহবিলাক নিয়োগৰ দক্ষতাৰ লগত জড়িত। প্ৰতি বছৰে ছি এম ই এ দেশবোৰত অসংখ্য জনসাধাৰণে তেওঁলোকৰ চাকৰী সলনি কৰে আৰু পুনৰ প্ৰশিক্ষণৰ আৰু চাকৰীত নিয়োগৰ ৰাষ্ট্ৰীয় ব্যৱস্থাৰ কাৰণে পশ্চিমৰ নিচিনাকৈ নিবনুৱা সমস্যাৰ উদ্ভৱ নহয়। উদাহৰণ স্বৰূপে, ১৯৮৬ চনত পোলেণ্ডত ২ নিযুত লোকে চাকৰী সলনি কৰিছে আৰু হাঙ্গেৰীত ০.৭ নিযুতে (লাভজনক ভাৱে নিয়োজিত ৬২ নিযুত জনসংখ্যাৰ ভিতৰত)। ১৯৮৬ চনত হাঙ্গেৰীত নতুন অৰ্থনৈতিক অৱস্থাত এই প্ৰক্ৰিয়া নিয়ন্ত্ৰণ কৰিবৰ কাৰণে বিশেষ নিয়ম গ্ৰহণ কৰা

হৈছিল। অভিজ্ঞতাই দেখুৱাইছে যে শ্ৰমজীৱী মানুহৰ শতকৰা ৮০ ভাগে এমাহৰ ভিতৰতে নতুন কাম পায়। তদুপৰি যদি এটা নিয়োগ বুৰোৱে এজন মানুহৰ জীৱিকা বা ব্যৱসায়, জ্ঞান আৰু স্বাস্থ্যৰ অৱস্থা অনুসৰি কাম দিবলৈ অপাৰগ হয় নাইবা তেওঁৰ দৰমহা বা মজুৰী আগৰটোতকৈ শতকৰা ১০ ভাগ কম হয়, তেন্তে মানুহজনে ১২ মাহৰ কাৰণে নিয়োগ-পোৱাৰ সুবিধা পাব পাৰে আৰু বেছি উপযোগী কাম বিচাৰি থাকিব পাৰে।

এই বিলাক হ'ল সমাজতন্ত্ৰৰ তলত কামৰ অধিকাৰৰ প্ৰকৃত নিশ্চয়তা।

প্ৰকৃত আয়ো বাঢ়িব ধৰিছে। ১৯৮৬ চনত জনসংখ্যাৰ গড় জনমূৰি প্ৰকৃত আয় ১৯৮০ চনৰ তুলনাত শতকৰা ১০ ভাগৰ বেছি বৃদ্ধি হৈছিল। ছোভিয়েত ইউনিয়নত ১১শ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কালত প্ৰকৃত জনমূৰি আয় শতকৰা ১১ ভাগ বাঢ়িল। গড হিচাপে মাহেকীয়া মজুৰী ১৯৫ ৰুবল হলগৈ (১৯৮৪ চনত ১৮৪.৮ ৰুবল) কম সমৃদ্ধিশালী পৰিয়ালৰ আয় দ্ৰুততৰ হাৰত বাঢ়িব ধৰিছে। যেতিয়া ১৯৭০ চনত পৰিয়ালৰ সদস্যসকলৰ গাইপ্ৰতি ১০০ ৰুবলৰ অধিক উপাৰ্জন থকা পৰিয়ালৰ সংখ্যা শতকৰা ১৮ আছিল, ১৯৮৬ চনত সেই সংখ্যা শতকৰা ৬৫ ৰ বেছিলৈ বাঢ়িল। কৃষিত শ্ৰমৰ মূল্য এবছৰৰ ভিতৰত মাহিলী ১৫৩ ৰুবলৰপৰা ১৫৯ ৰুবললৈ বাঢ়িল (১৯৮৪ চনত— ৪৭.৭ ৰুবল)।

এই কিতাপখন লিখাৰ সময়ত আনদেশ বিলাকৰ সম্পূৰ্ণ তথ্য পোৱা নগ'ল। সেই কাৰণে আমি প্ৰসঙ্গৰ কাৰণে তলত দিয়া তথ্যসমূহ আগবঢ়াইছো।

১৯৮৬ চনত বুলগেৰিয়াত উদ্যোগ আৰু কৃষিত গড় মাহেকীয়া মজুৰী যথাক্ৰমে ২৪৬ আৰু ২০৫ লেভ আৰু হাঙ্গেৰীত ৬১৮০ আৰু ৫৭৬ ফৰিণ্ট আছিল।

পোলেণ্ডত গড় মাহেকীয়া মজুৰী ২৪০০০ য্লতি, ৰোমানিয়াত ৩০১৮ লিউছ আৰু চেকোশ্লোভাকিয়াত ৩০২২ কৰুনা আছিল।

১৯৮৬ চনত জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰত জনসংখ্যাৰ খৰচ বাদে উপাৰ্জন শতকৰা ৪.৫ ভাগ বাঢ়িল; মঙ্গোলিয়ান জনসাধাৰণৰ প্ৰকৃত আয় শতকৰা ৫ ভাগ বাঢ়িলে। ছি এম ই এ দেশবোৰৰ সৰহ সংখ্যকত মজুৰীৰ দৃঢ় বৃদ্ধি দেখুৱাই তালিকা এখন তলত দিয়া হল।

## জাতীয় অৰ্থনীতিৰ ৰাজহুৱা আৰু সমবায় খণ্ডত ঔদ্যোগিক শ্ৰমিক আৰু কৰ্মচাৰীসকলৰ গড় মাহেকীয়া মজুৰীৰ বৃদ্ধি

( ১৯৭০=শতকৰা ১০০ ভাগ )

| দেশৰ নাম | ১৯৬৫ | ১৯৭০ | ১৯৮০ | ১৯৮ | ১৯৮৪ | ১৯৮৬ |
|---|---|---|---|---|---|---|
| ছোভিয়েত ইউনিয়নত | ৭৯ | ১০০ | ১৩৮ | ১৪৫ | ১৫২ | ১৬০ |
| বুলগেৰিয়া | ৭৫ | ১০০ | ১৫৬ | ১৬৭ | ১৭৫ | ১৮৮ |
| হাঙ্গেৰী | ৮১ | ১০০ | ১৮০ | ২১০ | ২৩৩ | ২৭১ |
| জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ | ৮৮ | ১০০ | ১৩২ | ১৩৯ | ১৪৫ | ২৫২ |
| কিউবা^ | — | ১০০^×× | ১১৮ | ১৫২ | ১৬০ | ১৬১ |
| পোলেণ্ড | ৮৩ | ১০০ | ২৫৯ | ৪৯৮ | ৭৫০ | ১০৬৬ |
| ৰোমানিয়া | ৭৮ | ১০০ | ১৭৪ | ১৯৬ × | ২২৬ | — |
| চেকশ্লোভাকিয়া | ৭৭ | ১০০ | ১৩৬ | ১৪২ | ১৪৭ | ১৫২ |

× ৰাজহুৱা খণ্ডত

× × ১৯৭১ চন।

ৰাজহুৱা ভোক্তা পুঁজিৰপৰাও অৰ্থ প্ৰদান আৰু সুবিধা বহু পৰিমাণে বাঢ়িলে। প্ৰত্যেক সমাজতান্ত্ৰিক দেশতে সেইবোৰ বৰ্দ্ধিতভাৱে জনসাধাৰণৰ প্ৰকৃত আয়ৰ ডাঙৰ অংশ হৈ পৰিছে।

সমাজতান্ত্ৰিক দেশৰ চিকিৎসাৰ যত্ন আৰু ৰাজহুৱা শিক্ষাৰ কাৰণে উদ্বিগ্নতা প্ৰত্যেক বছৰে বাঢ়িব ধৰিছে। জাতীয় অৰ্থনীতিৰ পুনৰ বিন্যাসে এই ক্ষেত্ৰবোৰকো পোনপটীয়াভাৱে প্ৰভাৱান্বিত কৰিছে। এইটো সম্পূৰ্ণ স্পষ্টকৈ আৰু মুক্তভাৱে স্বীকাৰ কৰা হৈছে যে ইয়াত কিছুমান ভুল কৰা হৈছিল—এই ক্ষেত্ৰসমূহত অউৎপাদনকাৰী কাম সম্পৰ্কে অযোগ্য তত্ত্বৰ পৰা আৰম্ভ কৰি মজুৰী আৰু দৰমহা নিৰ্দ্ধাৰণৰ ভুল কাৰ্য্যতে শেষ কৰি এই ভুলবিলাকৰ শুধৰণি কৰা হৈছে। ৰাজহুৱা স্বাস্থ্য সেৱা আৰু শিক্ষাত কাম কৰা লোকৰ নৈতিক আৰু বস্তুগত সম্মান বৃদ্ধি কৰা হৈছে।

সকলো সমাজতান্ত্ৰিক দেশতে ভোক্তা সামগ্ৰীৰ চাহিদা আৰু সৰবৰাহৰ মাজত ব্যৱধান নোহোৱা কৰিবৰ কাৰণে সক্ৰিয় ব্যৱস্থা লোৱা হৈছে। এই সমস্যাৰ তীব্ৰতা এখন দেশৰপৰা আনখন দেশত বেলেগ। উদাহৰণস্বৰূপে, ছোভিয়েত ইউনিয়নত ১৯৭১ চনৰপৰা ১৯৮৫ চনৰ ভিতৰৰ সময়ছোৱাত মুদ্ৰাৰ প্ৰচলন শতকৰা ২১০ ভাগ বাঢ়িল আনহাতে ভোক্তা সামগ্ৰীৰ উৎপাদন বাঢ়িল কেৱল শতকৰা ১০০ ভাগ।

গৃহ-নির্মাণ বৃদ্ধি কৰাৰ কাৰণে ভালেখিনি কৰা হৈছে, যিটো শ্ৰমজীৱী জনসাধাৰণৰ মঙ্গলৰ আৱশ্যকীয় সূচক। চি এম ই এ সদস্য দেশবোৰে জনসাধাৰণক সকলো সা-সুবিধাসহ আবাসগৃহ দিয়াৰ সমস্যা সমাধানৰ কাৰণে নিৰৱচ্ছিন্ন প্ৰচেষ্টা চলাইছে। আজি ছোভিয়েত ইউনিয়নে এটা অত্যন্ত সামাজিক তাৎপৰ্য্য থকা কৰ্তব্য সমাধা কৰিছে—২০০০ চন পৰ্য্যন্ত প্ৰত্যেক ছোভিয়েত পৰিয়ালক পৃথক ফ্লেট বা ঘৰ যোগান ধৰাৰ। আন চি এম ই এ দেশবোৰতো ইতিমধ্যে বহুখিনি কৰা হৈছে আৰু কৰি থকা হৈছে।

বৰ্তমানে সমাজতান্ত্ৰিক দেশবোৰে আবাস গৃহ বিতৰণৰ পদ্ধতি তীব্ৰভাৱে সলনি কৰাৰ কৰ্তব্যৰ সন্মুখীন হৈছে। ভাৰা হিচাপ কৰাৰ এটা বেছি ন্যায়সঙ্গত ব্যৱস্থা বিবেচনা কৰা হৈছে। নিম্ন ভাৰা, যিটো সম্পৰ্কে সমাজতান্ত্ৰিক দেশবোৰে গৌৰৱ কৰাৰ কাৰণ আছে, সমাজৰ বৰ্ত্তমানৰ সম্ভাৱনাৰ লগত সঙ্গতি ৰাখি জনসাধাৰণৰ জনমুৰি কঠোৰভাৱে নিৰ্দ্ধাৰিত মজিয়াৰ ক্ষেত্ৰলৈহে সম্প্ৰসাৰিত কৰা উচিত। স্থিৰ কৰা সীমাৰ ওপৰৰ মজিয়াৰ ক্ষেত্ৰৰ কাৰণে উচ্চতৰ ভাৰা দিয়া উচিত। শ্ৰমজীৱী মানুহক নিজৰ সাঁচতীয়া ধনেৰে ফ্লেট বা ঘৰ সাজিবলৈ ব্যাপকতৰ সুবিধা দিব লাগে। যথাৰ্থতে, যদি গৃহ-নিৰ্মাণৰ পূৰ্বৰ হাৰ ৰক্ষা কৰা হয় তেন্তে ছোভিয়েত ইউনিয়নক গৃহ সমস্যা সমাধান কৰিবলৈ ৫০ বছৰ লাগিব। সেইকাৰণে, ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিয়ে ২০০০ চন পৰ্য্যন্ত সময়ছোৱাত ২০০০ নিযুত বৰ্গমিটাৰ আবাস গৃহ-নিৰ্মাণৰ কৰ্তব্য দাঙি ধৰিছে ( আগৰ ১৫ বছৰত কাঠৰ ঘৰকে ধৰি ১৫০০ নিযুত বৰ্গমিটাৰ ব্যৱহাৰ উপযোগী কৰা হৈছে )। লগতে গৃহবিতৰণৰ ব্যৱস্থাৰ শুধৰণি কৰা হৈছে। আন আন সমাজতান্ত্ৰিক দেশতো একেধৰণৰ প্ৰক্ৰিয়া চলি আছে।

দেখাত সাধঁৰ যেন লাগিব, ছোভিয়েত জাতীয় অৰ্থনীতিত শাৰীৰিক শ্ৰমৰ অংশ ৩০ বছৰৰ আগতকৈ এতিয়া বেছি হৈছে আৰু এই সমস্যাৰ সমাধান কৰিবলৈ বহু প্ৰচেষ্টাৰ প্ৰয়োজন। শাৰীৰিক শ্ৰমৰ বহু নিম্ন অংশ আজিৰ সামাজিক নীতিৰ প্ৰধান সৰ্ত্তবোৰৰ এটা। কামৰ প্ৰতি দৃষ্টিভঙ্গী বহু পৰিমাণে কামৰ অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে। এই সমস্যাটোৰ সম্পৰ্কত পেৰেষ্ট্ৰইকাৰ লক্ষ্য সুনিৰ্দিষ্ট আৰু পৰিষ্কাৰ ; কামৰ অৱস্থাক আৰু বেচি আকৰ্ষণীয় কৰা আৰু শ্ৰমৰ মূল্যপ্ৰদান আৰু বস্তুগত উদগনিৰ ব্যৱস্থাক উন্নত কৰা।

শিক্ষাও পেৰেষ্ট্ৰইকাৰ আৱশ্যকীয় দিশ। সকলোতকৈ বেছি গুৰুত্বপূৰ্ণ কথাটো হৈছে, বৈজ্ঞানিক আৰু প্ৰযুক্তি জ্ঞানগত বিপ্লৱৰ লগত সঙ্গতি ৰাখি সামগ্ৰিকভাৱে বিশেষজ্ঞসকলক পুনৰ প্ৰশিক্ষণ দিয়া। এই কাম কেৱল আৰু সিমান পৰিমাণৰ নহয়, প্ৰযুক্তিজ্ঞানৰ আধুনিক কৰণ আৰু বিজ্ঞানৰ উৎপাদনৰ লগত সংহতি সাধন। সময়ে

দাবী কৰিছে যে, বিশেষজ্ঞসকলৰ প্ৰশিক্ষণ আৰু শিক্ষা ব্যৱস্থাৰ কঠোৰ উন্নতি সাধন কৰিব লাগে। ইয়াতো, সমাজতান্ত্ৰিক দেশবোৰ পশ্চিমতকৈ পাছ পৰি আছে। ১৯৫০ চনত য'ত চোভিয়েত ইউনিয়নে ইয়াৰ জাতীয় আয়ৰ শতকৰা ১০ ভাগ শিক্ষাৰ প্ৰয়োজনীয়তাৰ কাৰণে খৰচ কৰিছিল (মাৰ্কিন যুক্তৰাষ্ট্ৰ শতকৰা ৪ ভাগ), আজি পৰিস্থিতিৰ সলনি হ'ল ; মাৰ্কিন যুক্তৰাষ্ট্ৰৰ কাৰণে শতকৰা ১২ ভাগ আৰু চোভিয়েত ইউনিয়নৰ কাৰণে সাত ভাগ। চোভিয়েত ইউনিয়ন বিশ্বৰ একমাত্ৰ আগবঢ়া দেশ য'ত ৰাজহুৱা শিক্ষাৰ ওপৰত খৰচ জাতীয় আয়তকৈ কম হাৰত বৃদ্ধি পাইছে। উচ্চ শিক্ষাসম্পন্ন বহুসংখ্যক বিশেষজ্ঞৰ পিছফালে প্ৰায়েই লুকাই থাকে বিশেষজ্ঞ প্ৰশিক্ষণৰ নিম্নমান, বিজ্ঞানৰ প্ৰয়োজনীয়তাৰ কাৰণে আহিলা আৰু যন্ত্ৰপাতিৰ অপ্ৰচুৰ যোগান, স্কুল আৰু উচ্চ শিক্ষানুষ্ঠানত শিক্ষাৰ নিম্নমান আৰু আন বহুতো নেতিবাচক ঘটনা। যিবিলাক সলনি কৰিব লাগিব আৰু যিবিলাক ইতিমধ্যে আৰম্ভ কৰা হৈছে সেই-বিলাক এই ক্ষেত্ৰত পৰিস্থিতিৰ তীক্ষ্ণ সলনিৰ কাৰণে তৈয়াৰ কৰা হৈছে।

বৰ্তমানে দেশৰ বিকাশৰ নতুন দিশবোৰৰ ওপৰত গুৰুত্ব দিয়া হৈছে। সমাজ-তান্ত্ৰিক সমাজৰ মানুহক, তেওঁৰ ভিতৰত শ্ৰম আৰু দেশখনৰ আৰু গোটেই সমাজ-তান্ত্ৰিক গোষ্ঠীৰ অৰ্থ নৈতিক বিকাশ আগবঢ়োৱাৰ প্ৰতি এটা সচেতন দৃষ্টিভঙ্গী সৃষ্টি কৰি সামাজিকভাৱে সক্ৰিয় কৰি তোলাৰ দৃষ্টিভঙ্গীৰ ফালৰপৰা শিক্ষা, সংস্কৃতি আৰু ৰাজহুৱা স্বাস্থ্যসেৱা গুৰুত্বপূৰ্ণ হৈ পৰিছে।

সামগ্ৰিকভাৱে, সামাজিক জীৱনৰ গণতান্ত্ৰিককৰণক পেৰেস্ত্ৰইকাৰ এটা গুৰুত্বপূৰ্ণ দিশ বুলি গণ্য কৰা হৈছে।

সমাজতান্ত্ৰিক দেশবোৰত উৎপাদনত গণতন্ত্ৰৰ সম্প্ৰসাৰণ দুটা প্ৰধান দিশত আগবাঢ়ে। প্ৰথমতে, শ্ৰমজীৱী মানুহক পৰিচালনালৈ অনা পৰম্পৰাগত ট্ৰেড-ইউনিয়ন ৰূপৰ উন্নতি সাধনৰ ফালে, আৰু দ্বিতীয়তে উৎপাদন স্বায়ত্ত-শাসনৰ বিশেষ সংস্থা স্থাপন কৰাৰ ফালে।

জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ আৰু চেকোশ্লভাকিয়াত সম্প্ৰতি বছৰবোৰত উৎপাদন গণতন্ত্ৰৰ নতুন ৰূপৰ পৰীক্ষা কৰাৰ সলনি, প্ৰচলিত বিলাকৰ বৃদ্ধিৰ কাৰণে প্ৰচেষ্টা চলোৱা হৈছে। আগৰ অভিজ্ঞতা পৰ্য্যালোচনা কৰি, জাৰ্মানীৰ ছছিয়েলিষ্ট ইউনিটি পাৰ্টিৰ ১১শ কংগ্ৰেছে আঙুলিয়াই দিছিল, উৎপাদনত সমাজতান্ত্ৰিক গণতন্ত্ৰৰ উন্নতি সাধন কৰিব লাগিব, প্ৰথমতেই ট্ৰেড-ইউনিয়নবোৰৰ অধিকাৰ সম্প্ৰসাৰিত আৰু দায়িত্ব বৃদ্ধি কৰি। ইয়াৰ কাৰ্য্যসূচী দলিলত চেকোশ্লভাকিয়াৰ কমিউনিষ্ট পাৰ্টিয়ে পৰিচালনাত শ্ৰমজীৱী মানুহৰ অংশ গ্ৰহণৰ নতুন পদ্ধতি অন্বেষণ কৰাৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব দিছে। চেকোশ্লভাকিয়াত ৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবোৰৰ ওপৰত খচৰা আইনৰ এক

আলোচনাত কেন্দ্ৰীভূত ৰাষ্ট্ৰীয় পৰিচালনা আৰু শ্ৰমসমূহবোৰৰ সমাজতান্ত্ৰিক স্বায়ত্ব শাসনৰ দ্বন্দমূলক সংযুক্তিকৰণৰ ওপৰত প্ৰথমবাৰৰ কাৰণে এক প্ৰশ্ন তোলা হৈছিল।

কিছুমান দেশত উৎপাদন স্বায়ত্ব শাসনৰ যুক্তিসঙ্গত ৰূপৰ কাৰণে সক্ৰিয় অন্বেষণ চলি আছে। যদিও সেইবোৰৰ কোনেও উৎপাদন স্বায়ত্ব শাসনৰ এটা আদৰ্শনীয় আৰ্হি বিকাশ কৰা নাই, সিবিলাকৰ প্ৰচেষ্টাই সমস্যাটোৰ প্ৰতি তেওঁলোকৰ দৃষ্টিভঙ্গীত একেধৰণৰ চৰিত্ৰ প্ৰকাশ কৰিছে। উদাহৰণস্বৰূপে, উৎপাদনত শ্ৰমজীৱী মানুহৰ পোনপটীয়া অংশ গ্ৰহণ সৰু সৰু প্ৰতিষ্ঠানত বেছি সঘনাই কামত লগোৱা হয় ( হাঙ্গেৰীত যিবিলাকত ৫০০ জন পৰ্য্যন্ত নিয়োগ কৰা হয় আৰু পোলেণ্ডত ৩০০ জন পৰ্য্যন্ত )। মধ্যমীয়া আৰু ডাঙৰ প্ৰতিষ্ঠানবোৰত আৰু অৰ্থণ্ডিকৃত অৰ্থ নৈতিক সংগঠন-বোৰত প্ৰতিনিধিমূলক স্বায়ত্ব-শাসন সংস্থাবোৰ নিৰ্বাচিত কৰা হয়। বুলগেৰিয়াত এইবিলাক অৰ্থ নৈতিক পৰিষদ, হাঙ্গেৰীত—প্ৰতিষ্ঠানসমূহৰ পৰিষদ, পোলেণ্ড আৰু ৰোমানিয়াত শ্ৰমিকৰ পৰিষদ। তদুপৰি এইবিলাক দেশত শ্ৰমসমূহবোৰৰ প্ৰতিনিধি স্থানীয় লোকৰ ( প্ৰতিনিধিৰ ) সভা পতা হয়।

প্ৰত্যেক সমাজতান্ত্ৰিক দেশতে উৎপাদন গণতন্ত্ৰ আৰু স্বায়ত্বশাসনৰ নীতিৰ বিভিন্ন অৱস্থাৰ দ্বাৰা প্ৰভাবান্বিত ইতিহাস আছে। অভিজ্ঞতা বৃদ্ধি পাইছে। ৰোমানিয়াত প্ৰতিষ্ঠানসমূহত শ্ৰমজীৱী মানুহৰ স্বায়ত্বশাসন ১৯৭১ চনত আৰম্ভ কৰা হৈছিল। আন দেশত যেনে হাঙ্গেৰী আৰু বুলগেৰিয়াত এই প্ৰক্ৰিয়া আৰম্ভ হৈছে মাথোন ( যথাক্ৰমে ১৯৮৫ আৰু ১৯৮৬ চনত )। শ্ৰমিকসকলৰ স্বায়ত্বশাসনে পোলেণ্ডত অত্যন্ত বেছি চকুত লগা আৰু লগে লগে অত্যন্ত কঠিন পথ অতিক্ৰম কৰিছে, য'ত এইটো ১৯৫৬ চনতেই আৰম্ভ কৰা হৈছিল।

উৎপাদন গণতন্ত্ৰৰ সম্প্ৰসাৰণ সম্পৰ্কত, যুগোশ্লাভিয়াৰ সমাজতান্ত্ৰিক ফেডাৰেল প্ৰজাতন্ত্ৰৰ অভিজ্ঞতা উল্লেখ কৰা উচিত হ'ব, যি ১৯৫০ চনৰ পৰা স্বায়ত্ব-শাসন বিকাশ কৰি আহিছে। যুগোশ্লাভিয়াৰ অভিজ্ঞতা ব্যাখ্যা কৰোঁতে ইয়াক সৰলীকৰণ কৰিব নালাগে। যুগোশ্লাভিয়াত স্বায়ত্ব শাসনৰ নিৰ্দিষ্ট তত্বগতভিত্তি আৰু কাৰ্যক্ষেত্ৰত ইয়াৰ নীতিসমূহ প্ৰয়োগ কৰা হৈছে আৰু বিবেচনা কৰা আৱশ্যক। আমাৰ মতে, যিটোৱে যুগোশ্লাভিয়াৰ স্বায়ত্ব শাসনক আন ছি এম ই এ দেশবোৰৰ কাৰ্যকৰী কৰাৰ লগত পৃথক কৰিছে, সেইটো হ'ল যে ই উৎপাদন আৰু স্থানীয় স্বায়ত্ব শাসনত সীমাবদ্ধ নহয়। যুগোশ্লাভিয়াত বহুবছৰ ধৰি সমগ্ৰ জাতীয় হাৰত সমাজতান্ত্ৰিক স্বায়ত্ব শাসিত গোষ্ঠী সৃষ্টিৰ কাৰণে কাম চলি আছে। সম্প্ৰতি বছৰবোৰত যুগোশ্লাভিয়াৰ ৰাতৰি কাকত আৰু চৰকাৰী দলিলবোৰে স্বায়ত্ব শাসনৰ কাৰ্যকাৰিতা

সম্পৰ্কে ভালেমান সমালোচনামূলক মন্তব্য প্ৰকাশ কৰিছে। উদাহৰণ স্বৰূপে, সমাজতান্ত্ৰিক স্বায়ত্ব শাসিত সমাজৰ ৰাজনৈতিক ব্যৱস্থাৰ কাম কাজৰ সমালোচনা-মূলক বিশ্লেষণ নামৰ দলিল আলোচনাৰ সময়ত ১৯৮৬ চনৰ জানুৱাৰীত তেওঁলোকৰ ইউনিয়নৰ কেন্দ্ৰীয় কমিটিৰ পূৰ্ণাঙ্গ সভাত, যুগোশ্লাভ কামউনিষ্ট সকলে উল্লেখ কৰিছিল যে, ঐক্যমতৰ নীতিৰ অপব্যৱহাৰ হৈছে আৰু ভেটো প্ৰয়োগৰ অধিকাৰলৈ ৰূপান্তৰিত কৰা হৈছে, ফল হৈছে যে ফেডাৰেচন আৰু ফেডাৰেল সংসদত সিদ্ধান্ত গ্ৰহণ সময়ে সময়ে পলম আনকি বাধাগ্ৰস্ত হৈছে।

দেশ্ দেশ্ কৈ, ৰাষ্ট্ৰীয় শাসন আৰু শ্ৰমজীৱী মানুহৰ স্বায়ত্বশাসন ভাবসাম্যপূৰ্ণ হ'ব লাগে, এটাৰ সলনি আনটোৱে স্থান ল'ব নালাগে আৰু সেইবোৰৰ কামৰ ক্ষেত্ৰ মিহলি কৰিব নালাগে। নহলে, সামাজিক শাসনৰ কাৰ্যকাৰিতা কমি যায়, আৰু কেৱল ৰাষ্ট্ৰীয় সংস্থাবোৰকেই নহয় স্বায়ত্বশাসিত বিলাককো আমোলাতন্ত্ৰই দুৰ্বল কৰি পেলায়। এইটোৱে স্বায়ত্ব শাসনৰ সমাজতান্ত্ৰিক সম্ভাৱনা কম কৰে। যুগোশ্লাভ বিশেষজ্ঞসকলৰ মতে, অৰ্থনীতিত স্বায়ত্বশাসন অতি দুৰ্বল আৰু আয়বিতৰণত ইয়াৰ প্ৰভাৱ যথেষ্ট নহয়। স্বায়ত্ব শাসনৰ অঙ্গবিলাকৰ হাতত সংগৃহীত পুঁজিৰ কেৱল শতকৰা তিনিৰ পৰা চাৰিভাগ আছে।

অৰ্থনৈতিক জীৱনৰ গণতন্ত্ৰীকৰণে ৰাষ্ট্ৰীয় আৰু অৰ্থনৈতিক নেতৃত্বক জটিল সমস্যাৰ সন্মুখীন কৰিছে। উৎপাদনত গণতন্ত্ৰ বিকাশৰ প্ৰক্ৰিয়াত, বিশেষকৈ ইয়াৰ প্ৰাৰম্ভিক স্তৰত, বিৰোধৰ পৰিস্থিতি আৰু বিবাদমূলক প্ৰশ্ন উঠিব পাৰে। উদাহৰণ স্বৰূপে, যেতিয়া উৎপাদন গণতন্ত্ৰৰ অঙ্গবোৰ প্ৰতিষ্ঠা কৰা হয়, শ্ৰমিকৰ স্বায়ত্ব শাসনে এটা ক্ষেত্ৰত অনুপ্ৰৱেশ কৰে যিটোত পৰিচালকমণ্ডলীৰ বিশেষ অধিকাৰ আছিল। যেই কি নহওক, উৎপাদনত স্বায়ত্বশাসনৰ বিকাশ শ্ৰমিক জনসাধাৰণক উৎসাহিত কৰাৰ, তেওঁলোকক পৰিচালনালৈ অনাৰ আৰু শেষত তেওঁলোকক উৎপাদনৰ প্ৰকৃত গৰাকী কৰাৰ সকলোতকৈ গুৰুত্বপূৰ্ণ পথ। স্বায়ত্বশাসনৰ সম্প্ৰসাৰণে, সমাজতন্ত্ৰৰ তলত উৎপাদনৰ আহিলাৰ মালিকী স্বত্বৰ চৰিত্ৰ, সাৰমৰ্ম আৰু অৰ্থ সলনি কৰে এই আশঙ্কা ভিত্তিহীন। এটা প্ৰতিষ্ঠানৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশৰ বিভিন্ন প্ৰশ্নত সিদ্ধান্ত গ্ৰহণ আৰু কাৰ্যকৰীকৰণত শ্ৰমসমূহৰ প্ৰকৃত অংশগ্ৰহণে মানুহৰ কাৰ্যকলাপক উদ্গনি দিয়ে আৰু তেওঁলোকৰ প্ৰতিষ্ঠানৰ বিষয়সমূহৰ সম্পৰ্কে নিষ্ক্ৰিয়তা আৰু নিলিপ্ততা অতিক্ৰম কৰিবলৈ উৎসাহিত কৰে। ই পৰ্যাপ্ত পৰিমাণৰ সমাজতান্ত্ৰিক নৈতিকতা বিকাশ কৰাত সহায় কৰে। সমাজতন্ত্ৰই ঘোষণা কৰা নীতিক যে, দেশৰ সকলো সম্পত্তি জনসাধাৰণৰ অধিকাৰত, এক বাস্তৱ ৰূপ দিয়া হয়।

# নতুন নতুন সফলতাৰ অভিমুখে

সভ্যতাৰ বয়সৰ লগত তুলনাত ৪০ বছৰ বৰং অতি কম সময়। এই বছৰবোৰত সমাজতান্ত্রিক গোষ্ঠীয়ে এটা পথ অতিক্রম কৰিলে যিটো অতিক্রম কৰিবলৈ আন দেশৰ বহু শতাব্দী লাগিছিল। বহুতো আগৰ পশ্চাদপদ দেশ শক্তিশালী উৎপাদন শক্তি, এক বিৰাট বৌদ্ধিক সম্ভাৱনা আৰু উচ্চভাৱে বিকশিত সংস্কৃতিৰে সৈতে আজি আগবঢ়া ঔদ্যোগিক কৃষিজাত ৰাষ্ট্ৰ। সেইবোৰৰ গোষ্ঠী শ্ৰমজীৱী মানুহৰ ঐক্য, সংহতি আৰু সামাজিক নিৰাপত্তাৰ উদাহৰণ। এইবিলাক দেশত সমাজতন্ত্ৰই নিজকে দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিছে। বিশ্ব সমাজতন্ত্ৰই প্ৰাৰম্ভিক উত্থান আৰু বিকাশৰ স্তৰ পাৰ হৈ গৈছে। সমাজতান্ত্রিক দেশবোৰৰ মাজত সকলো ৰাজনৈতিক, অৰ্থনৈতিক আৰু মানৱীয় সম্পৰ্কৰ নৱীকৰণ কৰা হৈছে। সমাজতান্ত্রিক দেশবোৰৰ আভ্যন্তৰিণ বিকাশ আৰু সাধাৰণভাৱে বিশ্বপৰিস্থিতিৰ বাস্তৱ প্ৰয়োজনীয়তাৰ দ্বাৰা এইবিলাক নিৰ্দেশিত হৈছে। সহযোগৰ ৰূপবো নৱীকৰণ কৰা হৈছে। বেছি আৰু বেছি পৰিমাণে এই ৰূপবোৰে এখন দেশৰ উদ্যোগক যুটীয়াভাৱে সন্মত হোৱা সাধাৰণ নীতিৰ লগত আঙ্গিক ভাৱে সংহত কৰিছে। ভ্ৰাতৃসুলভ সমাজতান্ত্রিক দেশবোৰৰ কোনেও ইয়াৰ ঘৰুৱা সমস্যা আন্তৰ্জাতিক পটভূমিত অকলে সমাধান কৰিব নোৱাৰে।

আজি প্ৰত্যেক দেশৰে বিজ্ঞান আৰু প্ৰযুক্তিৰ উচ্চমানত প্ৰৱেশৰ প্ৰয়োজন আছে। বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানত প্ৰগতিৰ কাৰণে সামগ্ৰিক কাৰ্যসূচীয়ে এই সমস্যাৰ উত্তৰ যোগাইছে। কাৰ্যসূচীৰ পাঁচোটা অগ্ৰাধিকাৰ ধাৰা আছে য'ত সমাজতন্ত্ৰৰ বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানগত সম্ভাৱনা কেন্দ্ৰীভূত কৰা হৈছে। এনেকুৱা এটা ধাৰা হ'ল সামগ্ৰিক স্বয়ংক্রিয়তা. যি আগবঢ়া প্ৰযুক্তিজ্ঞানৰ ১৩টা মূল সমস্যা সামৰি লয়। ছোভিয়েত ইউনিয়নৰ ১৫০টা সংগঠন আৰু প্ৰতিষ্ঠান আৰু আন ছি এম ই এ দেশত ৫০০ বো অধিকক এই সমস্যাবোৰৰ ওপৰত কামলৈ অনা হৈছে। এক নতুন ধৰণে কাম কৰি, উদ্যোগ দেখুৱাই আৰু সকলো প্ৰচেষ্টা চলাই বৈজ্ঞানিক, আহি প্ৰস্তুতকাৰক আৰু অভিযন্তাসকলৰ এই শক্তিশালী গোটে সন্দেহহীন ভাৱে আগবঢ়া প্ৰযুক্তিজ্ঞানৰ ক্ষেত্ৰত প্ৰৱেশ লাভ কৰিব।

বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ প্ৰগতিৰ কাৰণে সামগ্ৰিক কাৰ্য্যসূচী হ'ল বিজ্ঞান

আৰু প্ৰযুক্তিজ্ঞানৰ পৰিচালনাৰ প্ৰতি সংকীৰ্ণ বিভাগীয় দৃষ্টিভঙ্গীৰ বিৰুদ্ধে মিটোৱে সমাজতান্ত্ৰিক অৰ্থনীতিৰ ভয়ানক ক্ষতি সাধন কৰিলে। কাৰ্যসূচীখনে হাতত লোৱা সমস্যা বিভিন্ন অৰ্থনৈতিক খণ্ডৰ সংযোগস্থলত অৱস্থিত আৰু সেইবোৰৰ সমাধানৰ কাৰণে প্ৰচেষ্টাত শ শ লোক জড়িত হৈ পৰিছে। উদাহৰণ স্বৰূপে, ছোভিয়েত পৰীক্ষামূলক ধাতু-কটা যন্ত্ৰ-আহিলা বৈজ্ঞানিক উৎপাদন সংস্থাই ইতিমধ্যে বিদেশী অংশীদাৰৰ লগত পোনপটীয়া সংযোগৰ ওপৰত কেইবা ডজনো চুক্তি স্বাক্ষৰ কৰিছে ; ই দুটা স্থায়ী আন্তৰ্জাতিক আহি নিৰ্মাণ ব্যুৰো প্ৰতিষ্ঠা কৰিছে য'ত ধাতু-যন্ত্ৰ নিৰ্মাণৰ নতুন বৈদ্যুতিক, পদাৰ্থগত আৰু ৰাসায়নিক পদ্ধতিৰ বিকাশৰ ওপৰত গভীৰ কাম-কাজ চলি আছে। এই পদ্ধতিবোৰৰ কিছুমানৰ কাৰণে অনুমতিপত্ৰ চুইজাৰলেণ্ড, জাৰ্মান ফেডাৰেল প্ৰজাতন্ত্ৰ আৰু ইটালিক বিক্ৰী কৰা হৈছে। কিন্তু সংস্থাটোৰ কাৰণে সকলোতকৈ গুৰুত্বপূৰ্ণ কথাটো কেৱল নতুন ধাৰণাৰ কাৰণে অন্বেষণ নহয়, কিন্তু উচ্চতম বিশ্বমানদণ্ড ঢুকি পোৱা বা আনকি সেইবোৰ মানদণ্ড চেৰাই যোৱা যন্ত্ৰ আহিলাৰ বিকাশ কৰা।

সমাজতান্ত্ৰিক দেশবোৰত বিজ্ঞান আৰু প্ৰযুক্তিজ্ঞানৰ দ্ৰুততৰ বিকাশৰ লক্ষ্যপথে ভিয়েটনাম, কিউবা আৰু মঙ্গোলিয়াৰ অৰ্থনৈতিক মান ইউৰোপীয় ছি এম ই এ সদস্যদেশবোৰৰ অৰ্থনৈতিক মানদণ্ডৰ সমানলৈ ক্ৰমান্বয়ে অনাৰ আৱশ্যকতা বিবেচনা কৰে। অৰ্থনৈতিক ভাৱে কম বিকশিত দেশবোৰে বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ প্ৰগতিৰ ফলসমূহ অনুকুল সৰ্তত ভোগ কৰিবলৈ পায়, আনকি যদিও সিবিলাকে নতুন প্ৰযুক্তিজ্ঞানৰ বিকাশত পোনপটীয়া ভাৱে অংশগ্ৰহণ নকৰে। তলত দিয়া উদাহৰণটোৱে বিজ্ঞান আৰু প্ৰযুক্তিজ্ঞানৰ প্ৰগতিৰ কাৰণে সামগ্ৰিক কাৰ্য্যসূচীয়ে কম বিকশিত দেশবোৰলৈ আগবঢ়োৱা সুবিধা সম্পৰ্কে এটা ধাৰণা দিব। মঙ্গোলিয়ান বৈজ্ঞানিক সকলৰ মতে আন ছি এম ই এ দেশবোৰত ইলেকট্ৰনিককৰণ আৰু সামগ্ৰিক স্বয়ংক্ৰিয়তাৰ ক্ষেত্ৰত সাফল্যবোৰ মঙ্গোলিয়াৰ ব্যৱহাৰে পুঁজি নিয়োগৰ দক্ষতাৰ প্ৰায় তিনিগুণৰ পৰা চাৰি গুণ বৃদ্ধি কৰিব। বিশেষ গুৰুত্ব দিয়া হৈছে জীৱ প্ৰযুক্তিজ্ঞানৰ আধুনিক সাফল্যবোৰ ব্যৱহাৰ কৰাত ; কাৰিকৰী মাইক্ৰবায়লজী আৰু লগে লগে জেনি আৰু কোষ ইঞ্জিনিয়াৰিঙৰ প্ৰয়োগে মঙ্গোলিয়ান বৈজ্ঞানিক সকলৰ কাৰণে মঙ্গোলিয়ান কৃষিৰ প্ৰধান শাখা পোহনীয়া জন্তুৰ প্ৰজনন উন্নত কৰাত যথেষ্ট সাফল্য অৰ্জন কৰাটো সম্ভৱ কৰিব।

জীৱ-প্ৰযুক্তিজ্ঞানৰত সহযোগৰ ভিত্তিত কিউবা গণৰাজ্য বা কবলৈ গলে আন কোনো আগ্ৰহী দেশে শস্য উৎপাদনৰ মান আৰু কৃষি-ঔদ্যোগিক গাঁথনিৰ সকলো খণ্ডৰে দক্ষতা বৃদ্ধি কৰিব পাৰে। এনেকুৱা সহযোগৰ কাৰণেই জীৱপ্ৰযুক্তি বিজ্ঞান

উপৰিও আন আন নতুন শিল্প কিউবাৰ অৰ্থনীতিত আবিৰ্ভাৱ হৈছে—ৰাসায়নিক, ইলেকট্ৰনিক আৰু ইলেকট্ৰনিক কাৰিকৰী উদ্যোগ। এখনে আনখনলৈ সাহায্য আগবঢ়াই সমাজতান্ত্ৰিক গোষ্ঠী দেশবোৰে সিবিলাকৰ জাতীয় আয়ৰ দ্ৰুততৰ বৃদ্ধি আগবঢ়াইছে আৰু গতিকেই কম বিকশিত দেশবোৰক তেওঁলোকৰ অৰ্থনীতিক বেচি বিকশিত দেশবোৰৰ অৰ্থনৈতিক মানৰ ওচৰ চপাই আনিবলৈ সহায় কৰিছে। উদাহৰণ স্বৰূপে, কিউবাত, ১৯৭৬ আৰু ১৯৮০ চনৰ মাজৰ সময়ছোৱাত জনমূৰি জাতীয় আয়ৰ গড় বাৰ্ষিক বৃদ্ধি শতকৰা ৩.৬ ভাগৰ পৰা ৭ ভাগলৈ বাঢ়িছিল। কিউবাত ১৯৮০ চনৰ তুলনাত ১৯৮৫ চনত ঔদ্যোগিক উৎপাদন শতকৰা ৫৭ ভাগ বাঢ়িছিল আৰু কৃষি উৎপাদন শতকৰা ১০০ ভাগ। ১৯৮১ চনৰপৰা ১৯৮৫ চনৰ ভিতৰৰ সময়ছোৱাত কিউবাৰ জাতীয় আয়ৰ বৃদ্ধিৰ হাৰ আন সকলো ছি এম ই এ দেশৰ হাৰতকৈ মুঠতে শতকৰা ২৯ ভাগ বেচি আছিল।

সমাজতান্ত্ৰিক মালিকীস্বত্বৰ সম্পৰ্কত ভাবেমান পৰিবৰ্ত্তন হৈছে। এতিয়ালৈকে সমাজতান্ত্ৰিক মালিকীস্বত্ব প্ৰধানকৈ আনুষ্ঠানিক, আইনগত দৃষ্টিৰপৰা দেখা হৈছিল অৰ্থাৎ সেইবোৰৰ ব্যৱহাৰৰ দক্ষতা হিচাপ নকৰাকৈ, সম্পত্তি, বস্তুগত মূল্য আদিৰ মালিকীস্বত্ব ৰূপে। সমাজতান্ত্ৰিক সমাজৰ বিকাশে, কিন্তু, দাবী কৰে যে সমাজতান্ত্ৰিক মালিকীস্বত্বক শ্ৰমজীবী মানুহৰ উৎপাদিকা শক্তি সমূহৰ আইনগত আৰু প্ৰকৃত মালিকীস্বত্বৰ সংমিশ্ৰণ হিচাপে গণ্য কৰা হওক। উৎপাদনৰ আহিলাপাতিৰ আইনগত সামাজিককৰণ—সমাজতান্ত্ৰিক বিপ্লৱৰ সকলোতকৈ গুৰুত্বপূৰ্ণ স্তৰ—এবাৰৰ ব্যৱস্থাৰ দ্বাৰা লাভ কৰা হয়, প্ৰকৃত সামাজিককৰণ—সকলো শ্ৰম জীৱী মানুহৰ দ্বাৰা সম্পত্তিৰ প্ৰকৃত ব্যৱহাৰ—প্ৰচণ্ড অসুবিধাৰ সন্মুখীন হয়। ইয়াক অতিক্ৰম কৰিবলৈ বহুধৰণৰ বিৰোধ অতিক্ৰম কৰিব লগীয়া হয়।

এই জটিল স্তৰত, ৰাজহুৱা আৰু ব্যক্তিগত, পৰিয়াল আৰু সমবায়ৰ সম্পত্তিৰ বিভিন্ন সংমিশ্ৰণ পৰীক্ষা কৰা আৰু আইনসঙ্গত প্ৰকাশ দিয়া হয়। অৰ্থনীতিবিদ সকল এই সিদ্ধান্তত উপনীত হৈছে যে কোনো অৰ্থনৈতিক খণ্ডত যদি উৎপাদিকা শক্তিসমূহে নিজৰ চৰিত্ৰৰ কাৰণেই ব্যাপক ঔদ্যোগিক হাৰত বিকাশ নকৰে বা কৰিব নোৱাৰে আৰু অত্যন্ত কেন্দ্ৰীভূত হয়, সেই বিলাক ৰাষ্ট্ৰীয় আৰু ৰাজহুৱা সম্পত্তিৰ বিকাশ, সেইবিলাক সমাজৰ স্বাৰ্থৰ লগত সঙ্গতিপূৰ্ণ বিকাশৰ বাধা দিয়া এটা আনুষ্ঠানিকতা। গতিকে কাৰ্য্যতঃ সামাজিকৃত উৎপাদনৰ আহিলাৰ সলনি এটা গধুৰ আমোলাতান্ত্ৰিক সৌধৰ আবিৰ্ভাৱ হয়। মালিকীস্বত্ব আৰু শ্ৰমৰ মাজত সম্পৰ্ক অৰ্থাৎ সম্পত্তিৰ ব্যৱহাৰ, কামৰ অধিকাৰ আৰু এই অধিকাৰ কাৰ্য্যকৰী কৰাৰ মাজত সম্পৰ্ক ছিঙি যায়। সেই কাৰণেই কোনো মালিক নোহোৱা সম্পত্তিৰ আবিৰ্ভাৱ হয়

আৰু ইয়াৰ ফল হয় কুপৰিচালনা, অপচয় আৰু বিভিন্ন ধৰণৰ ক্ৰুটি।

মালিকীস্বত্বৰ সম্পৰ্কৰ পুনৰ বিন্যাসৰ লক্ষ্য হৈছে শ্ৰমসমূহ আৰু ব্যক্তিগত শ্ৰমিকৰ মঙ্গলসাধন তেওঁলোকৰ দ্বাৰা সমাজতান্ত্ৰিক সম্পত্তিৰ ব্যৱহাৰ আৰু তাৰ প্ৰতি তেওঁলোকৰ দৃষ্টিভঙ্গীৰ ওপৰত নিৰ্ভৰশীল কৰা।

সমাজতান্ত্ৰিক অৰ্থনীতিৰ নতুন আহি খৰচ কমোৱা, উৎপাদন ক্ষমতা আৰু শ্ৰমৰ গুণ বঢ়োৱাৰ দিশত নিৰ্ণিত কৰা। জাতীয় অৰ্থনীতিৰ নিৰৱচ্ছিন্ন গভীৰতৰকৰণ আৰু উৎপাদনৰ দক্ষতাৰ এক দৃঢ় বৃদ্ধিক দেশৰ দ্ৰুততৰ অৰ্থনৈতিক বিকাশৰ কাৰণে নিৰ্ণয়কাৰী চৰ্ত হিচাপে বৰ্ধিত পৰিমাণে গণ্য কৰা হৈছে। ভ্লাদিমিৰ লেনিনে জোৰ দিছিল যে পুঁজিবাদৰ লগত প্ৰতিযোগিতাত সমাজতন্ত্ৰৰ পক্ষে মৌলিক যুক্তি হ'ল ইয়াৰ সামাজিক শ্ৰমৰ উচ্চতৰ উৎপাদন ক্ষমতা। সেই কাৰণে, অৰ্থনৈতিক সংস্কাৰৰ প্ৰক্ৰিয়াত, সমাজতান্ত্ৰিক দেশবোৰে খৰচৰ ভিত্তিত প্ৰতিষ্ঠানবোৰৰ কামৰ মূল্যায়ন কৰাৰ পদ্ধতি লোপ কৰিব বিচাৰিছে যিটোৱে উৎপাদন আৰু নিৰ্মাণ বেচি খৰচী কৰে আৰু ক্ৰমবৰ্ধমান দক্ষতা আৰু লাভজনক অৱস্থাক সমাজৰ প্ৰত্যেক খণ্ডৰ কাৰ্য্যকলাপৰ নিৰ্দেশাত্মক আইন কৰিব বিচাৰিছে। এই লক্ষ্যত সিবিলাকে খৰচ নিয়ন্ত্ৰক আৰু খৰচৰ মানদণ্ডৰ অৰ্থনৈতিক পৰিচালনাত ভূমিকা বৃদ্ধি কৰিব ধৰিছে।

ছোভিয়েত ইউনিয়নত এতিয়া চলি থকা সমাজতান্ত্ৰিক অৰ্থনীতিৰ পুনৰ বিন্যাসৰ আন এটা আৱশ্যকীয় চৰিত্ৰ হ'ল মজুৰী সমান কৰাটো লোপ কৰা আৰু শ্ৰমৰ মূল্য-দানত আৰু সাধাৰণভাৱে বস্তুগত মূল্য বিতৰণত সামাজিক ন্যায়ৰ কঠোৰ পালন। আমোলাতান্ত্ৰিক হস্তক্ষেপৰ দ্বাৰা সৃষ্টি হোৱা বিকৃতিৰ পৰা সমাজৰ মুক্তিৰ প্ৰক্ৰিয়া বেচি পৰিমাণে চকুত পৰা হৈছে আৰু দেশৰ অৰ্থনীতি জীৱন বেছি পৰিমাণে আভ্যন্তৰিণ অৰ্থনৈতিক বিধিৰ দ্বাৰা পৰিচালিত হ'ব ধৰিছে।

প্ৰায়বোৰ সমাজতান্ত্ৰিক দেশত 'শ্ৰমজীৱী মানুহৰ উপাৰ্জন শ্ৰমৰ গুণ, পৰিমাণ আৰু সামাজিক মূল্যৰ ওপৰত বৰ্ধিত হাৰত নিৰ্ভৰশীল হ'ব ধৰিছে। মজুৰী আৰু দৰমহাৰ কৃত্ৰিম সৰ্বোচ্চ সীমা নাইকিয়া কৰাটো নিয়মীয়া কাম হৈ পৰিছে। সকলো শ্ৰমিকৰ দৰমহা সমগ্ৰ শ্ৰমসমূহৰ শ্ৰমৰ শেষ ফল আৰু ইয়াক আৱণ্টন দিয়া বা ভাৰাত দিয়া উৎপাদনৰ আহিলাসমূহৰ, ভূমি, সা সুবিধা, আহিলা, সামগ্ৰী, যন্ত্ৰ ইত্যাদিৰ— ব্যৱহাৰত ইয়াৰ দক্ষতাৰ শেষফলৰ লগত আৰু বেচি কঠোৰভাৱে সংলগ্ন কৰা হৈছে। সমাজতন্ত্ৰৰ সম্পূৰ্ণতা কেৱল ইয়াৰ বস্তুগত আৰু কাৰিকৰী ভিত্তি বিকাশ কৰাটোতকৈ বেছি আৱশ্যক। সামাজিক সম্পৰ্ক আৰু ৰাজনৈতিক পদ্ধতিৰো পৰিবৰ্ত্তন আৱশ্যক। এইটো নকৰিলে জাতীয় অৰ্থনীতিৰ পুনৰ বিন্যাস ব্যৰ্থ হবলৈ বাধ্য।

নতুন দৃষ্টিভঙ্গীৰ প্ৰধান উপাদানবোৰ হ'ল স্ব-পৰিচালনা, গণতন্ত্ৰ, মুক্ত অৱস্থা

( গ্রাহমত ) আৰু সচেতন অনুশাসন। প্ৰশাসনিক হৈচা ক্ৰমাগতভাবে আগবঢ়াই আৰু বৃদ্ধি কৰি অৰ্থনীতি পৰিচালনা কৰাটো অসম্ভৱ। আৰু বেচি গণতন্ত্ৰীকৰণ হ'ল পুনৰবিন্যাসৰ প্ৰধান পথ আৰু আনহাতে মুক্ত অৱস্থাই আন্তৰ্জাতিক মঞ্চত সমাজতন্ত্ৰৰ সম্মান বঢ়ায়। সৰ্বশেষত, সমাজতান্ত্ৰিক সমাজৰ আন্তৰ্জাতিক যোগাযোগৰ প্ৰতি মুকলিমন নবীকৰণৰ এটা চৰিত্ৰগত বৈশিষ্ট্য হৈ পৰিছে। সকলো সমাজতান্ত্ৰিক দেশেই সিবিলাকৰ বৈদেশিক সংযোগ সম্প্ৰসাৰিত কৰিবৰ কাৰণে সক্ৰিয় প্ৰচেষ্টা চলাইছে।

*　　　　*　　　　*

পাৰস্পৰিক অৰ্থনৈতিক সহযোগ পৰিষদৰ চল্লিশ বছৰৰ অৱস্থিতিয়ে জাতীয় ৰূপৰ বিভিন্নতা আৰু এটা নতুন ব্যৱস্থা প্ৰতিষ্ঠাৰ পথ সম্পৰ্কত লেনিনৰ ধাৰণা আৰু লগে লগে ইয়াৰ মৌলিক নীতি সম্পৰ্কে তেওঁৰ ধাৰণাৰ যথাৰ্থতা প্ৰমাণ কৰিছে। সেই বছৰবোৰে সমাজতান্ত্ৰিক আন্তৰ্জাতিকতাবাদৰ ঐতিহাসিক কাৰ্য্যকাৰীতা, স্বাৰ্থৰ ঐক্য আৰু স্বেচ্ছামূলক অংশগ্ৰহণ, সমতা আৰু স্বায়ত্ত শাসনৰ চিৰন্তন তাৎপৰ্য্য প্ৰতিষ্ঠিত কৰিলে।

ভ্ৰাতৃমূলভ সমাজতান্ত্ৰিক দেশবোৰে সেই চল্লিশ বছৰত অতিক্ৰম কৰা পথ সহজ আৰু সৰল নাছিল। কিন্তু সিবিলাকৰ সাফল্যৰ কাৰণে, চি এম ই এই সম্ভৱ সকলোতকৈ গতিশীলভাৱে বিকাশ লাভ কৰা অৰ্থনৈতিক গাঁথনিৰ অন্যতম। যদিও সিবিলাকে ইয়াত গৌৰৱ কৰে, তথাপিও চি এম ই এ দেশবোৰৰ দল আৰু চৰকাৰ-বোৰে সিবিলাক বিকাশৰ পথৰ কঠিনতা আৰু কিছুমান স্থিৰতাৰ প্ৰৱণতাবোৰে প্ৰায় সংকটৰ অৱস্থা সৃষ্টি কৰিছে, সম্পৰ্কে খোলাখুলিভাৱে কৈছে। এইটোৱেই সামাজিক সম্পৰ্কৰ পুনৰবিন্যাস আৰু নবীকৰণৰ আৱশ্যকতা নিৰ্ণয় কৰিছে।

এইটো যুক্তিসঙ্গত কথা যে বেলেগ বেলেগ দেশত পুনৰ্বিন্যাসক বেলেগ বেলেগ ধৰণে দেখা হৈছে আৰু কাৰ্য্যকৰী কৰা হৈছে। এইটো কৰা হৈছে গতানুগতিকতাৰ লাগি নথকাকৈ, কিন্তু কৰা হৈছে এখন নিৰ্দিষ্ট দেশৰ নিৰ্দিষ্ট অৱস্থা আৰু অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি। কিন্তু সিবিলাকৰ প্ৰচেষ্টাক একেলগে গোটাই আন্তৰ্জাতিক প্ৰগতিশীল প্ৰক্ৰিয়া হয় যাৰ পথত সমাজতন্ত্ৰ আগবাঢ়ি গৈছে।

# ছবিৰ শিৰোনামা

1. জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ ডেছ'ৰ ভি ই বি ওৱাগনবই ১৯৪৬ চনৰপৰা ছোভিয়েত ইউনিয়নলৈ ৰেলৰ ডবা সৰবৰাহ কৰি আছে। ছোভিয়েত যন্ত্ৰ নিৰ্মাণকাৰী সকলৰ সহযোগত কাৰখানাটোৱে বহুতো ছি এম ই এ দেশত আৰু সমাজতান্ত্ৰিক গোষ্ঠীৰ বাহিৰত ব্যৱহৃত হোৱা আধুনিক ৰিফ্ৰিজেৰেটৰ ডবা তৈয়াৰ কৰিছে।

2. ছোভিয়েত আৰু যুগোশ্লাভ সাহায্যৰ দ্বাৰা দানিয়ুব নদীত নিৰ্মাণ কৰা প্ৰধান লৌহ জপনা হাইড্ৰস্কীমে ৰোমানীয় উদ্যোগৰ কাৰণে শক্তি উৎপাদনত বিৰাট ভূমিকা পালন কৰিছে।

3- পোলেণ্ড, ছোভিয়েত ইউনিয়ন আৰু জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰই পেট্ৰবাল্টিক সংস্থাত তৈয়াৰী প্লেটফৰ্মৰ সহায়ত তেল আৰু গেছৰ কাৰণে বাল্টিক সাগৰত অনুসন্ধান চলাইছে।

4. পূৰ্বৰ পশ্চাদপদ বা নতুনকৈ মুক্ত জাতিবোৰৰ দ্ৰুততৰ বিকাশ ছি এম ই এ কাৰ্য্যকলাপৰ কৌশলগত প্ৰৱণতা। ছবিত: ভিয়েটনাম সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ ডালাটত পাৰমাণবিক গৱেষণা কেন্দ্ৰই বিজ্ঞান আৰু প্ৰযুক্তিজ্ঞানত আগবঢ়া সাফল্য-বোৰ ব্যৱহাৰ কৰিছে।

5. জেকোশ্লোভাকিয়াৰ নিট্ৰাত কণীৰ আকাৰ স্থিৰ কৰা হাঁহ-কুকুৰা কাৰখানা যিটোৱে হাঙ্গেৰীৰ বলি চহৰৰ কৃষি সংহত কাৰখানাৰ লগত নিবিড় সম্পৰ্ক ৰক্ষা কৰে।

6. ইলেকট্ৰনিক সা-সুবিধাই আৰ্হি প্ৰস্তুতকাৰকসকলক আটক ধুনীয়া কাপোৰ তৈয়াৰ কৰিবলৈ সহায় কৰে। প্ৰদৰ্শিত কৰা প্ৰতিচ্ছবিয়ে নতুন আৰ্হি আৰু ৰং উৎপাদনত লগোৱাটো বহু পৰিমাণে দ্ৰুততৰ কৰে। ছবিত: ছোভিয়েতৰ পচম আৰু সূতা গৱেষণা কেন্দ্ৰৰ গৱেষক সকল।

7. ছি এম ই এ সদস্য দেশবোৰৰ ১৯৮৪ চনৰ উচ্চ স্তৰৰ অৰ্থনৈতিক সম্মিলনৰ প্ৰস্তাৱৰ লগত সঙ্গতি ৰাখি, ১৯৮৫ চনৰ ১৯ ডিচেম্বৰ তাৰিখে ছি এম ই এৰ ৪১তম বিশেষ অধিবেশনে ছি এম ই এ সদস্য দেশবোৰৰ ২০০০ চন পৰ্য্যন্ত বৈজ্ঞানিক আৰু প্ৰযুক্তিজ্ঞানৰ প্ৰগতিৰ কাৰণে এক সামগ্ৰিক কাৰ্য্যসূচী গ্ৰহণ কৰে। কাৰ্য্যসূচীখনে মৌলিকভাৱে নতুন ধৰণৰ প্ৰযুক্তিজ্ঞানৰ বিকাশৰ পাঁচটা অগ্ৰাধিকাৰ ক্ষেত্ৰত ছি এম ই এ দেশবোৰৰ প্ৰচেষ্টা কেন্দ্ৰীভূত কৰিবলৈ সহায় কৰিব।

8. সিবিলাকৰ বৌদ্ধিক সম্ভাৱনাক একত্ৰ কৰি সমাজতান্ত্ৰিক দেশবোৰে গোটেই মানৱজাতিৰ লগত জড়িত এ আই ডি এছ সমস্যা সমাধানৰ কাম হাতত লব পাৰে। ছৱিতঃ পাৰমাণৱিক বিজ্ঞানী হাঙ্গেৰিয়ান একাডেমিছিয়ান ইষ্টভান লেঙ্গ ( বাওঁফালে ) আৰু তেওঁৰ প্ৰখ্যাত ছোভিয়েত সহকৰ্মী জি এন 'ফ্লায়ৰভে বিপদজনক ৰোগটো নিৰ্ণয় কৰিবলৈ পাৰমাণৱিক ঢাকনিৰ ব্যৱহাৰ সম্পৰ্কে আলোচনা কৰিছে।

9. ছোভিয়েত লাইটাৰ ( মাল খালাচ কৰা ডাঙৰ জাহাজ ) জুলিয়াচ ফুচিক বৈদেশিক বাণিজ্য বঢ়োৱাৰ নতুন কাৰিকৰী সুবিধাবোৰৰ অন্যতম। এই সাগৰত চলা জাহাজখনে বুলগেৰিয়া, হাঙ্গেৰী, ছোভিয়েত ইউনিয়ন আৰু চেকোশ্লভাকিয়াৰ দ্বাৰা গঠিত ইণ্টাৰলাইটাৰ জাহাজ কোম্পানীয়ে সংগঠিত কৰা মাল কঢ়িওৱাৰ কাম কৰে। লাইটাৰখনে আনকি যিবিলাক বন্দৰত সাগৰলৈ যোৱা জাহাজ সোমোৱা স্থান নাই। তাতে মাল অনা নিয়াকাম দ্রুত বৃদ্ধি আৰু তাৰ খৰচ কম কৰে।

10. এতিয়া ছোভিয়েত পাৰমাণৱিক কাৰখানাত নিৰ্মাণ কৰা টাৰবাইন তৈয়াৰ কৰিবলৈ আন্তৰ্জাতিক-শ্ৰেণীৰ প্ৰতিষ্ঠানৰ প্ৰয়োজন হয়। যুটীয়া প্ৰচেষ্টা চলাই, ছি এম ই এ দেশবোৰে সিবিলাকৰ পাৰমাণৱিক যন্ত্ৰ-নিৰ্মাণ উদ্যোগক বিশ্বত নেতৃস্থানীয় অৱস্থানলৈ আনিছে।

11. থাপ খুওৱা কৰ্মী মিট্ৰক লেকভে বুলগেৰিয়াৰ ষ্টাৰাজাগোৰাৰ নমনীয় স্বয়ংক্ৰিয় উৎপাদন ব্যৱস্থাৰ কাৰখানাত ৰবট নিৰ্মাণকাৰী বৈজ্ঞানিক আৰু উৎপাদন সংস্থাৰ নতুন উৎপাদন পৰীক্ষা কৰিছে।

12. নতুন আইভানভ' যন্ত্ৰকাৰী কেন্দ্ৰত সংলগ্নকাৰী টিমৰ নেতা এ, কৰৎকভ্। বুলগেৰীয় ৰবটৰ লগত সংলগ্নকৃত, যন্ত্ৰটোৱে অতি উৎকৃষ্ট গুণৰ উৎপাদন তৈয়াৰ কৰাত উচ্চমানৰ দক্ষতা দেখুৱাইছে।

13. চৰকাৰৰ মূৰব্বী সকলৰ ছি এম ই এৰ ৪৩ তম বিশেষ অধিবেশনে ১৯৯১-২০০৫ চনৰ সময়চোৱাৰ কাৰণে আন্তৰ্জাতিক সমাজতান্ত্ৰিক শ্ৰম বিভাজনৰ এটা সামূহিক ধাৰণা সৃষ্টি কৰিবৰ কাৰণে এক সিদ্ধান্ত ঘোষণা কৰিছিল। দীৰ্ঘম্যাদী সহযোগৰ লক্ষ্য স্থিৰ কৰি প্ৰত্যেক ছি এম ই এ দেশে বেছি কাৰ্য্যকৰীভাৱে ইয়াৰ সম্ভাৱনাসমূহ প্ৰকাশ কৰিবলৈ, ইয়াৰ সামাজিক আৰু অৰ্থনৈতিক বিকাশ দ্রুততৰ কৰিবলৈ আৰু সমাজতান্ত্ৰিক গোষ্ঠীৰ উমৈহতীয়া কৰ্ত্তব্য সমাধান কৰিবলৈ সমৰ্থ হ'ব।

14. সিবিলাকৰ সহযোগৰ পুনৰবিন্যাস আৰম্ভ কৰোতে, ছি. এম. ই এ সদস্য দেশবোৰে সিবিলাকক বিশ্বৰ অৱশিষ্ট অংশৰপৰা এঘৰীয়া কৰা নাই। ছি এম ই এৰ সম্পাদক ভিয়াচেস্লাভ ছাইচেভৰ ভাষাতঃ "ছি এম ই এ দেশবোৰে আন

সকলো সমাজতান্ত্ৰিক দেশৰ লগত সহযোগ সম্প্ৰসাৰিত কৰিবলৈ সিহঁতৰ দৃঢ়তা পুনৰ ঘোষণা কৰিছে। উন্নয়নশীল দেশবোৰৰ লগত সহযোগিতা গভীৰতৰ কৰিবলৈ তেওঁলোক প্ৰস্তুত আৰু ঔদ্যোগিক পুঁজিবাদী দেশবোৰৰ লগত অৰ্থনৈতিক, বাণিজ্য, বৈজ্ঞানিক আৰু প্ৰযুক্তিবিদ্যাগত সম্পৰ্ক আৰু বেছি কৰাটো সমৰ্থন কৰে। সেইবিলাকে ছি এম ই এ আৰু ই ই ছিৰ মাজত আৰু ছি এম ই এ আৰু ই ই ছি সদস্য দেশবোৰৰ মাজত আনুষ্ঠানিক সম্পৰ্ক প্ৰতিষ্ঠা কৰাটো বিচাৰে।"

15 অৰ্থনৈতিক অখণ্ডিকৰণে জাতীয় অৰ্থনীতিৰ বহুখণ্ডক সবাতোপৰি আগবঢ়া প্ৰযুক্তিজ্ঞানৰ লগত জড়িতবোৰক প্ৰভাবান্বিত কৰে। এটা চকুত লগা উদাহৰণ হ'ল ইলেকট্ৰনিক ইঞ্জিনিয়াৰিঙত ছোভিয়েত-কিউবান সহযোগিতা। ছবিতঃ ছোভিয়েত ইলৰ্গ কাৰিকৰী কেন্দ্ৰই কিউবাৰ বহুতো ৰাষ্ট্ৰীয় আৰু বৈজ্ঞানিক প্ৰতিষ্ঠানত ছোভিয়েত কম্পিউটাৰৰ নিশ্চয়তা প্ৰদত্ত সংৰক্ষণ প্ৰদান কৰে।

16. জীৱবিদ্যাৰ মৌলিক গৱেষণাই মাঙ্গোলিয়াত কৃষি বিকাশৰ কাৰণে বৰ্দ্ধিত হাৰত বৰঙণি যোগাইছে। ছবিতঃ মঙ্গোলিয়ান বিজ্ঞান একাডেমিৰ জেনিটিক্‌ছ গৱেষণাগাৰ।

17. ছোফিয়াৰ (বুলগেৰিয়া) ষ্টেণ্ডৰ্ট বিভাগীয় দোকানত ই এল কে এ ৯০ ইলেকট্ৰনিক কেছ ৰেজিষ্টাৰে সেৱা খৰতকীয়া কৰে। প্ৰত্যেকটো কিনাবস্তু কম্পিউটাৰৰ স্মৃতিত সুমুৱা হয়। ই অনবৰত চাহিদা আৰু যোগান জনাত সহায় কৰে।

18. সম্পূৰ্ণ শূন্যৰ ওচৰত ( —২৭৩° চেঃ ) তাপ মাত্ৰাত ইলেকট্ৰিকেল চুপাৰ কণ্ডাক্‌টিভিটিয়ে, যিটো লাভ কৰা কঠিন, ইলেক্‌ট্ৰিকেল ইঞ্জিনিয়াৰিঙত এটা যুগান্তৰ ঘটাব। উচ্চতৰ তাপমাত্ৰাত চুপাৰ কণ্ডাক্‌টিভিটিৰ সম্প্ৰতি আৱিষ্কাৰে শক্তি ইঞ্জিনিয়াৰিং, ইলেকট্ৰনিক্‌চ, পৰিবহন আৰু অন্যান্য ক্ষেত্ৰত এটা বিপ্লৱৰ সম্ভাৱনা দেখুৱাইছে। ছবিতঃ ছোভিয়েত পদাৰ্থবিজ্ঞানী আলেকজেণ্ডাৰ গলভাচ্‌কিন আৰু ইভ্‌জেনি পেচেনে চুপাৰকণ্ডাকটিভিটিৰ এটা নতুন কাৰ্য্যকাৰীতা, ২১ শ শতিকাৰ প্ৰযুক্তিজ্ঞানৰ ছাবি কাঠি অধ্যয়ন কৰিব লাগিছে।

—

